# পৃথিৱীৰ ৰং

( গল্প সংকলন )




বিজিত কুমাৰ বৰুৱা

বিজুৰেণু প্ৰকাশন
চানমাৰি, গুৱাহাটী-৩

PRITHIVIR RANG An Anthology of Assamese short stories written by Sri Bijit kumar Baruah Shiwasagar and published by
BIJUBENU PRAKASHAN
Chandmari Guwahati 3
First Published
Feb 1988
Price Rupees sixteen only

বিজিত কুমাৰ বৰুৱা



প্ৰকাশক

বিজুবেণু প্ৰকাশন
চানমাৰি, গুৱাহাটী ৩



প্ৰথম প্ৰকাশ

ফেব্ৰুৱাৰী ১৯৮৮ ই



মূল্য

ষোল্ল টকা মাত্ৰ



প্ৰচ্ছদ পট

ত্ৰৈলোক্য দত্ত



মুদ্ৰক

নেচনেল টেক্নো প্ৰিণ্টাৰ্চ
কুমাৰপাৰা, গুৱাহাটী-১



অৰ্পণ ঃ

মৰমৰ পৰম-পূজনীয়া দেৱী-তুলনীয়া বাইদেউ
জ্যোতি দেৱীৰ হাতত এই স্বীকাৰেৰে—
'তোমাৰ সোণালী প্ৰেৰণা দান।
মোৰ জীৱনৰ বন্দনা গান॥'

তুতুল

# বাগ্মিশেষ ঃ

মোৰ ভাব ভাষা দৰ্শন-শ্ৰৱণৰ এই অপূৰঠ গল্পকেইটা "পৃথিৱীৰ ৰং" নামকৰণেৰে সংকলিত হৈ ওলোৱাৰ মূল তাগিদা হ'ল প্ৰিন্স অব ৱেলছ অভিযান্ত্ৰিক শিক্ষানুষ্ঠানৰ ইংৰাজী বিভাগৰ প্ৰধান, অসমীয়া আৰু বাংলা সাহিত্যৰ প্ৰতিষ্ঠিত কবি সাহিত্যিক শ্ৰদ্ধেয় শ্ৰীযুত উৰ্ধেন্দু দাশ ছাৰৰ প্ৰেৰণাদায়ক এশাৰী বাক্য। মই লেখিবলৈ মনস্থ কৰা এখন উপন্যাসৰ প্ৰয়োজনত তেখেতৰ পৰা দিহা পৰামৰ্শ ল'বলৈ যাওঁতে তেখেতে মোৰ প্ৰতি প্ৰযোগ কৰিছিল সেই সজৰথী বাক্য—যাৰ সঁজাল ফলশ্ৰুতিত সংকলনাবদ্ধ হ'ল বিভিন্ন সময়ৰ এই গল্পকেইটা। সেই বাবে মোৰ সৰ্বাগ্ৰে কৃতজ্ঞতা তেখেতৰ প্ৰতি।

ইতিমধ্যে মোৰ পোন্ধৰটামান গল্প বিভিন্ন কাকত আলোচনীত প্ৰকাশ হৈ গৈছে। এই সংকলনটোৰো কেইটামান গল্প যেনে— "চিটিজেনছিপ চাৰ্টিফিকেট (১৯৮৩ চনৰ ২৮ ডিচেম্বৰৰ 'সাপ্তাহিক জনমভূমিত, 'মিছেছ ফুকন' (১৯৮৪ চনৰ অক্টোবৰ সংখ্যাৰ 'ভূমিকা'ত,) আৰু 'মাছমৰীয়াৰ ঘৰত অন্নপ্ৰাসন' (১৯৮৫ চনৰ মে' মাহৰ 'জোনবিৰিত') প্ৰকাশ হৈছে। অৱশ্যে গল্পকেইটাত এতিয়া আকৌ এবাৰ হাতফুৰাই লোৱা হৈছে। প্ৰেৰণাদায়ক প্ৰথম প্ৰকাশৰ বাবে 'সাপ্তাহিক জনমভূমি'ৰ তেতিয়াৰ সম্পাদক শ্ৰীযুত প্ৰফুল্ল বৰুৱা, 'ভূমিকা'ৰ সম্পাদক শ্ৰীযুত শান্তনু তামুলী আৰু 'জোনবিৰি'ৰ সম্পাদক শ্ৰীযুত ৰঞ্জিত দাসৰ প্ৰতি মোৰ অসীম কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।।

হাতেলিখা অৱস্থাত মোৰ ছুটামান গল্প পঢ়ি চাই প্ৰয়োজনীয় আৰু মূল্যবান মন্তব্যৰে মোক উৎসাহিত কৰাৰ কাৰণে মোৰ শ্ৰদ্ধেয় বন্ধু ডাঃ অজয় ভট্টাচাৰ্য (বোকাজান)ৰ প্ৰতি মোৰ অকুণ্ঠ কৃতজ্ঞ-

তাৰ কথা মই সানন্দে ঘোষণা কৰিছোঁ। এই আনন্দকণ জানো সদায়ে নেপাম ?

কলমটো হেৰুৱাই নেপেলাবলৈ মোক সকলো সময়তে সকীয়াই থকা শ্ৰদ্ধেয় অগ্ৰজপ্ৰতিম শ্ৰীযুত মাধৱ ভট্টাচাৰ্য (যোৰহাট) ক জনাও গভীৰ কৃতজ্ঞতা আৰু বিচাৰোঁ। প্ৰেৰণাৰ পিছত প্ৰেৰণা। নিৰৱচ্ছিন্ন প্ৰেৰণা।

মোতকৈও অধিক দায়িত্ব বহন কৰি কিতাপখন সৰ্বাংগ সুন্দৰ কৰি তুলিবলৈ যত্নৰ ত্ৰুটি নকৰা মোৰ সৰ্বকালৰ মৰমৰ বন্ধু সাহিত্যিক সাংবাদিক গীতিকাৰ শ্ৰীযুত বেণুধৰ কলিতা (তৰণী বৰিয়া) ক আৰু কি বুলি কৃতজ্ঞতা জনাম ? কিতাপখনৰ প্ৰতি সমুদায় পাঠকে আগবঢ়োৱা মৰমৰ অৰ্ধভাগেই হব তেখেতৰ প্ৰাপ্য।

পূজ্যা আইমাতৃ শ্ৰীযুতা স্বৰ্ণপ্ৰভা দেৱী, পূজ্যপাদ খুৰা শ্ৰীযুত প্ৰমোদ বৰুৱা আৰু দাদা শ্ৰীযুত প্ৰফুল্ল বিকাশৰ পৰা সকলো পৰা পাই অহা মৰম আশীষ প্ৰেৰণা মোৰ বাবে দেৱতাৰ নিৰ্মালি। তেওঁলোকৰ পাদপদ্মত মোৰ মূৰ থৈ জীৱনৰ পলে বিপলে প্ৰাৰ্থনা কৰি যাম সেই নিৰ্মালি।

শেষত, বেটুপাতৰ শিল্পী শ্ৰীযুত ত্ৰৈলোক্য দত্ত আৰু নেচনেল টেক্‌নো প্ৰিণ্টাৰ্ছৰ কৰ্মীবৃন্দক কিতাপখনৰ সৌষ্ঠৱ আৰু মুদ্ৰণৰ ক্ষেত্ৰত তেখেতসকলে আগবঢ়োৱা অমূল্য সহযোগৰ বাবে কাৰদম জ্ঞাপন কৰিলোঁ।

৩ ফেব্ৰুৱাৰী, '৮৮ বিজিত কুমাৰ বৰুৱা

# সূচী

# চিটিজেনছিপ চাৰ্টিফিকেট

এয়া মই জীৱনত প্ৰথমবাৰৰ বাবে চাকৰি এটা বিচাৰি দৰখাস্ত এখন দিব খুজিছো। কিন্তু দৰখাস্ত এখন দিওঁতে যে লগত ইমানখিনি আনুষংগিক উপাদানৰ প্ৰযোজন আগেযে গম পোৱা নাছিলোঁ। যি কি নহওঁক, বাকীসকলোখিনি প্ৰপত্ৰ যেনিবা সুলভ আছিল। এতিয়া সমস্যা হ'ল নাগৰিকত্বৰ প্ৰমাণ পত্ৰখন লৈ। সেইখন আকৌ কিদৰে উলিওৱা যায়?

এদিন ৰাতিপুৱা দহমান বজাতে গৈ ওচৰৰ নগৰখনত উপস্থিত হ'লোঁ। নগৰখন এতিয়া জিলাৰ সদৰ। কাজেই ভিৰ অলপ বাঢ়িছে। মই 'এপ্লিকেশ্যন ফৰ্ম এখন কিনি সকলোবোৰ খালী ঠাই আক তাক সুধি পূৰালোঁ। তাৰপিছত মই সেইখন লৈ মণ্ডলৰ ওচৰ পালোঁগৈ। পূৰাবলৈ থকা মাটিৰ পট্টাৰ নম্বৰৰ ঠাইত মণ্ডলজনে বহী চহী একো নোখোলাকৈযে ঘপ কৰে নম্বৰ এটা বহুৱাই জেগাডোখৰ পংকৰে পূৰাই দিলে। তাৰ পিছত মণ্ডলৰ নিৰ্দেশত ফৰ্মখনত চহী এটা হ'বৰ বাবে মই উপপতি সমাহৰ্তাৰ ওচৰত উপস্থিত হ'লোঁ। উপপতি সমাহৰ্তাই ফিৰাই পঠালে মণ্ডলৰ ওচৰলৈ। মণ্ডলে আকৌ উপপতি সমাহৰ্তাৰ ওচৰলৈ। ইতিমধ্যে মণ্ডল গৈ জাপমাৰি ফ্লাডৰিলিফৰ গাড়ীত উঠি বহিল। মই পাছে পাছে দিলোঁ দৌৰ। কিন্তু তেওঁক আৰু পাওঁ ক'ত?

ফ্লাড ৰিলিফৰ বাবে সাজু হৈ থকা গড়ীবোৰত উঠিবলৈ মণ্ডল-বোৰৰ যি হেতা ওপৰা, মই তাক দেখিছে বিচুৰ্তি খালোঁ। পেণ্টপিন্ধা

মণ্ডল কেইজনৰতো জাপমাৰি উঠিবলৈ সুবিধাই হয়। কিন্তু চুৰিয়া পৰিধান কৰা মণ্ডল কেইজনৰ যে তাকে কৰিবলৈ যাওঁতে কি কষ্টকৰ প্ৰয়াস। দেখিবলৈ পোৱা যি কোনো মানুহেই বহুসময় জুৰি হাঁহিবলৈ হাঁহিব সমলৰ অভাৱ অনুভৱ কৰা নাই। কিন্তু ইমান সাগ্ৰহ যাত্ৰাৰ মূল লক্ষ্য কি ? গধূলিহে গম পোৱা যায়—যেতিয়া ৰিলিফৰ বস্তুৰে আপোন পকেট আৰু মোনা ভৰ্তি কৰি মণ্ডলবিলাক ঘৰলৈ উভতি আহে।

তাৰপিছত মইনো আৰু কৰিম কি ? আথেবেথে ঘৰমুৱা হ'লোঁ। নগৰতে ভাব হ'ল এতিয়া ঘৰলৈ যোৱাতকৈ শ্ৰুতিহঁতৰ ঘৰতে সোমাব পাৰোঁ দেখোন। সিহঁতৰ ঘৰলৈতো বহুদিন যোৱা নাই।

শ্ৰুতি ঘৰত নাছিল। তাই বোলে পৰীক্ষা দি মামাকৰ ঘৰলৈ গ'ল। ঘৰত ভনীয়েক ক্ৰুতি আছিল। পটিকত বহিবলৈ দি বিনম্ৰ প্ৰকাশেৰে তায়েই মোৰ সতে কথা আৰম্ভ কৰিলে। ক্ৰুতিৰ মুখখনলৈ একেৰাহে চালোঁ। আগতেও চাইছিলোঁ আৰু আগতে হোৱা অনু ভূতিখিনি আজিও আকৌ এবাৰ অনুভূত হ'ল। ক্ৰুতিৰ মুখখন শ্ৰুতিৰ দৰেই পূৰঠ। দুয়োজনীৰ সৌন্দৰ্যই মোৰ মনটো আকৃষ্ট কৰে। সৰু সৰু চকুৰ চাৱনি আৰু মিঠা মিঠা কথাৰ মাজতে মই পৰম প্ৰশান্তিত আপ্লুত হওঁ। এনে ভাবনাত মই মজি থাকোঁতেই কেইবামিনিটো পাৰ হৈ গ'ল। ক্ৰুতিযেও হয়তো গোটেই মুহূৰ্তকেইটা ধৰি মোৰ আলেখ লেখ চাই আছিল। তাই ঘপ কৰে মাতি দি ক'লে, "কি হ'ল কি ভাবিছে ইমানদৰে? কওকাচান খবৰ-বাতৰি।" মই তৎকালীন প্ৰস্তুতিৰে উত্তৰ দিলোঁ, "খবৰ মানে—নাগৰিকত্বৰ প্ৰমাণ পত্ৰ এখন উলিয়াবৰ কাৰণে আহিছিলোঁ।" তাৰপিছত তাইক গোটেইখিনি জুকিয়াই ক'লোঁ। 'কি কৰিব আজিকালি সাধাৰণ

কাম একোটা কৰিবলৈও বহুদিন লাগে। বহু সময়ৰ অপচয় কৰাৰ পিছতহে হৈ উঠিব। ইমান সহজে নহয়।"—তাই অভিজ্ঞতা পুষ্টভাবে কথাখিনি ক'লে।

আকৌ তায়েই সুধিলে, "আপোনাৰ পৰীক্ষা কেনে হ'ল? ফাৰ্ষ্ট ক্লাছ পাব নিশ্চয়?"

"পাছ কৰিম কিজানি।"—মই উত্তৰ দিলোঁ।

"আপোনালোকে ফাৰ্ষ্ট ক্লাছ নাপালে কোনে পাব?"—তাই পৰম প্ৰত্যয়েৰে ক'লে।

মই আত্মব্যংগৰে উত্তৰ দিলোঁ—এৰা।

মাকে ক্ৰুতিক ভিতৰলৈ মাতিলে।

মোক "আপুনি বহকচোন" বুলি কৈ তাই ভিতৰলৈ গ'ল।

নিসংগ সময়খিনিত মোৰ মগজুত মই আকৌ নাগৰিকত্ব, মণ্ডল, ফ্লাড ৰিলিফ ইত্যাদিৰ খলকনি অনুভৱ কৰিলোঁ।

মাকে ওলাই আহি মোৰ আগত গাৰ্হস্থ্য অভিজ্ঞতাৰ কিছু বৰ্ণনা দিলে।

ক্ৰুতি চাহ বিস্কুট লৈ সোমাই আহিল।

গ্ৰীষ্ম বৰ্ষাৰ গৰমত আৰু জুইৰ উত্তাপত ক্ৰুতিৰ ৰঙাপৰি ঘামি যোৱা মুখখন এটা জাপানী হকুৰ দৰে লাগিল। মই সৌন্দৰ্য আৰু চাহ—একেলগে পান কৰিলোঁ।

আমি কথা পাতি থাকোঁতেই অন্য এজন আদহীয়া লোক আহি সোমাল। মানুহজনে ক্ৰুতিক পানী এগিলাছ খুজিলে। তাৰে তেওঁ তামোল-প্ৰলোপিত মুখৰ ভিতৰখন ভালদৰে ধুই ক্ৰুতিয়ে দিয়া বিচনীখন লৈ বহি পৰিল। তামোল চোবাই চোবাই তেওঁ কথা চোবাবলৈ আৰম্ভ কৰিলে। কথাৰ মাজে মাজে ৰঙৰ বিন্দু বিন্দু চিটিকনি ক্ৰুতিৰ শাড়ী আৰু মোৰ ছাৰ্টত পৰিল। মানুহজনে অনৰ্গল বকি যোৱা কথাখিনিৰ সাৰাংশ হ'ল এই

মাল্লুহজন আহিছিল জীয়েকৰ বাবে নাগৰিকত্বৰ প্ৰমাণ-পত্ৰ এখন উলিয়াবলৈ। তেওঁ চিনাকী মণ্ডলজনক যেনে তেনে টানি-আজুৰি লৈ এপ্লিকেশ্যন ফৰ্মখন ফিল-আপ কৰিলে। কিন্তু তেওঁৰ কাম বোলে তাতোকৈ আৰু আগ-নেবাচিল। দহদিনৰ পিছতহে সেইখনত মহকুমাধিপতিয়ে স্বাক্ষৰ দিব। ৰাজ্যখন তেনেই ক্ষমতাশালী লোকৰহে স্বৰাজ্য হ'ল। নাগৰিকত্বৰ প্ৰমাণ পত্ৰ এখন উলিয়াবলৈও এঘাৰ দিন লাগে। ইমান কোঁপোলা ব্যস্ততাৰে দেশখন কেনেকৈ প্ৰগতিমুখী হ'ব? "দেশ প্ৰগতিৰ পথত। দেশ প্ৰগতিৰ পথত।' বুলি চৰকাৰী যন্ত্ৰই অকল ব্ৰডকাষ্ট বা এড ভাৰ্টাইজ কৰিলেই হ'বনে? এই আসোঁৱাহবিলাকৰ আমূল পৰিবৰ্তনৰ বাবেও আন্দোলন কৰিব লাগিব নেকি? যিদৰে লাগে মাতৃভূমিত মাতৃভাষা প্ৰবৰ্তনৰ বাবে, অবৈধ বিদেশী বহিষ্কাৰৰ বাবে।

তেওঁৰ সংস্কাৰকামী বক্তব্যৰ পৰিপোষকতা কৰি মই ক'লোঁ "তাতোকৈ বিস্ময়কৰ কথা কি জানে—আজিকালি যথাসময়ত পৰীক্ষা পাতিবলৈ পৰীক্ষাৰ ফলাফল ঘোষণা কৰিবলৈ, শিক্ষানুষ্ঠানৰ শৈক্ষিক পৰিবেশ অটুট ৰাখিবলৈ, ধৰ্ষণ—উৎপীড়ন বন্ধ কৰিবলৈ আৰু চাকৰিত নাম ভৰ্তিকৰণৰ সাক্ষাৎগ্ৰহণসমূহ বৈধভাবে অনুষ্ঠিত কৰিবলৈকো দাবী জনাই আন্দোলন কৰিব লাগে। আগতে দেশৰ ৰাইজক আইন শৃংখলা বৈধতাৰ বাবে আহ্বান জনাইছিল চৰকাৰে। এতিয়া কিন্তু এই অচিনাকী বস্তুবোৰৰ বাবে ৰাইজেহে সকিয়নি দিব লাগে চৰকাৰক। দেশৰ ৰাইজৰ বাবে আজিৰ চৰকাৰ হ'ল এদিন "পৰ্ণগ্ৰাফী পিকছাৰ"ৰ ছেকেণ্ড শো চাই টোপনি পূৰাবলৈ এমাহ শুই থকা মানুহ। আচল কথা, এতিয়া ৰাইজক চৰকাৰহে লাগে। চৰকাৰকনো ৰাইজ কিয় লাগে?"

"ময়ো ক'ব খোজোঁ, ময়ো ক'ব খোজোঁ" অকস্মাতে মানুহ জনৰ নিচেই কাষতে বহি থকা ভদ্ৰতিয়ে ক'লে, "এবা, উপদেশতকৈ

আছিঁ ভাল—এই প্ৰদৰ্শনেৰে সদ্য অধিষ্ঠিত চৰকাৰ আত্মনিৰ্ভৰশীল। গতিকে চৰকাৰীভাবে খুচৰিলে দোষৰ অংশ আমাৰহে বেছি বুলি দেখ দেখকৈ প্ৰমাণিত হ'ব।"

ক্ৰুতিৰ কথা শুনি মই হাঁহিলো।

তেওঁ তাইক সাধুবাদ দি ক'লে, "তুমিহে ঠিক কৈছা। চাওঁ, তামোল এখন আনা। তাকে খাই যাওঁ।"

পুনৰ তামোল খাই মানুহজন গ'লগৈ।

তামোল, চিগাৰেট আৰু মদখোৱা মানুহসবক যে ক্ৰুতিয়ে একেবাৰে দেখিব নোৱাৰে মোৰ আগত ব্যক্ত কৰিলে। ডেকা ল'ৰাবিলাকে হেনো গাভৰুবিলাকৰ আগত চিগাৰেট খাই পৰম আনন্দ আৰু গৰ্ব অনুভৱ কৰে। তেওঁলোকে ধোৱাঁমখাও গাভৰুৰ নাক মুখ ছুই যোৱাকৈ এৰিবলৈ নাপাহৰে। মদ খাই বেহুচ হৈ অহা মানুহবিলাকলৈ ক্ৰুতিৰ বৰ ঘিণ লাগে। তেনেকুৱা বহুতকে ক্ৰুতিয়ে ৰুঢ় ব্যৱহাৰ কৰি ঘৰৰ পৰা খেদি পঠিয়াইছে। মোৰ আগ্ৰহ যেন দেখি ক্ৰুতিয়ে নৈতিকতাৰ ওপৰত আৰু বহু কথা ক'লে।

মই 'যাওঁ' বুলি কৈ চকীৰ পৰা উঠিলো। ক্ৰুতিয়ে সুধিলে, "আপুনি প্ৰমাণ পত্ৰখন উলিযাবৰ বাবে আকৌ কেতিয়াকৈ আহিব।" মই ক'লো, "কালিলৈকে আহিম। সোনকালে উলিয়াব লাগিবতো।"

"কাম সমাধা কৰি আমাৰ ঘৰত সোমাই যাব দেই। ক্ৰুতিকতো লগ নাপালেই। ঘৰতে আছে যেতিয়া মাজে মাজে আহি থাকিব।" —ক্ৰুতিয়ে ব্যগ্ৰতাৰে ক'লে। মই সন্মতি জনাই গুচি আহিলোঁ।

নাগৰিকত্বৰ প্ৰমাণ পত্ৰৰ কথাটো মনত লাগিয়ে আছে।

পিছদিনা আকৌ গ'লো উপপতি সমাহৰ্তাৰ কাৰ্য্যালয়লৈ। গৈয়ে দুজন বন্ধুক লগ পালো। সিহঁতো বৈ আছে। সেই একেই প্ৰমাণ-পত্ৰ উলিয়াবলৈ মোক দেখি তেওঁলোকে হাঁহি হাঁহি সুধিলে,

"নাগৰিকত্বৰ প্ৰমাণ-পত্ৰ নহয়জানো ?" ময়ো হাঁহি হাঁহি উত্তৰ দিলো—"হয়। মই আজি যেনেতেনে উলিয়ামেই।"

তেওঁলোকে ক'লে "সন্দেহ আছে। মণ্ডল এজনো নাই। সব ফ্লাড ৰিলিফত গ'ল।" মই ক'লো, "চাবাচোন উলিয়ামেই। মণ্ডলৰ ৰিপৰ্ট নিজে লিখিম।"

"নাই নাই তেনে কাম নকৰিবা। ধৰাপৰি যাবা।"—তেওঁলোকে আকৌ ক'লে।

মই তেওঁলোকৰ কথাৰ উত্তৰ নিদি তীৰবেগে কাৰ্য্যালয়ত সোমালো। ভিতৰত কেইজনমান চিনাকী মানুহক লগ পালো। তেওঁলোকৰ ঘৰ মোৰ ঘৰৰ ওচৰতে। আমাৰ ঘৰৰ সন্মুখত নৰ্দমা। নৰ্দমাৰ সিপাৰে পথাৰ। উপৰ্য্যুপৰি বৰষুণৰ বাবে নৰ্দমাৰ পানী বেছি হৈ পথাৰত কিছু পানী জমা হৈছিল। নগৰৰ মাজেদি বৈ যোৱা নদীখন আমাৰ ঘৰৰ পৰা বহু আঁতৰত। অত্যন্ত ব্যস্ত হৈ থকা মানুহ কেইজনক মই তেওঁলোকৰ ব্যস্ততাৰ কাৰণ সুধিলো। তেওঁলোকে ক'লে, তেওঁলোকক ফ্লাড ৰিলিফ লাগে। ওলাই অহা মোৰ প্ৰকাণ্ড হাঁহিটো মই কোনোপধ্যে বন্ধ কৰিব নোৱাৰিলো। হাঁহিটোৱে কাৰ্য্যালয়ৰ ভিতৰত সৰ্বত্ৰ ঠেকা খালে। তাৰপিছত মযে সুধিলো, "আমাৰ মণ্ডলক দেখিছিলানেকি ? মণ্ডলক ??" তেওঁলোকৰ এজনে ক'লে, "দেখিছিলো। মই আজিয়েই দেখিছিলো। তাৰপিছত ক'ত গ'ল ক'ব নোৱাৰোঁ। বৈ আছো তেওৰ বাবে।"

উপায় নাপাই মই ভৰামতেই কাম আৰম্ভ কৰি দিলো। বহুকেইজন মানুহ মোৰ ওচৰত গোট খালে। তেনেকুৱাতে কৰবাৰ পৰা মণ্ডল আহি ওলালহি। ভুৰটো দেখি মণ্ডলে সুধিলে, "কি হ'ল ? হ'ল কি ? তোমালোকে জুম বান্ধিছা কিয় ? মানুহখিনিয়ে

একো নকৈ আঁতৰি দিলে। তেওঁ 'চাওঁ কি কৰিছা ?' বুলি কৈ মোৰ লেখাখিনি পঢ়িলে শ্ৰীভাৰ্গৱ গোস্বামীৰ পিতৃ অৰ্ণৱ গোস্বামী অমুক গাঁৱৰ অমুক মৌজাৰ বাসিন্দা হয়। তেওঁলোকে ৰামায়ণৰ দিনৰে পৰা ইয়াত বাস কৰি আছে। তেওঁলোকৰ দখলকৃত মাটিৰ পট্টা নং ৮১। গতিকে মহোদয়ে শ্ৰীভাৰ্গৱ গোস্বামীক স্থায়ী বাসিন্দাৰ প্ৰমাণ-পত্ৰ দিব পাৰে।" লিখাখিনি পঢ়ি মণ্ডলজনে হাঁহিলে আৰু 'ইমানেই হ'ব' বুলি কৈ তলতে তেওঁৰ চহীটো মাৰি দিলে।— শ্ৰীপ্ৰাণেশ্বৰ ৰাজগুৰু, তাং । এইবাৰ মণ্ডলৰ দিহামতে কেৰাণী এজনৰ ওচৰ পালোঁগৈ। তেওঁক ফৰৱাৰ্ড কৰি দিবলৈ কোৱাত ঘূৰাই মোক সুধিলে, উপপতি সমাহৰ্তাই স্বাক্ষৰ দিব জানো ? মই উপস্থিত বুদ্ধিৰেই উত্তৰ দিলোঁ তেখেতে স্বাক্ষৰ দিম বুলি কৈয়েতো মোক ততাতৈয়াকৈ নিবলৈ কৈছে।" কেৰাণীজনে ফৰৱাৰ্ড কৰি দিলে আৰু উপপতি সমাহৰ্তাৰ পৰাও স্বাক্ষৰটো পালোঁ। তেখেতেই কৈ দিলে তাৰ পিছত কি কৰিব লাগিব।

কৰ্ট বিল্ডিঙলৈ গ'লোঁ। সহায়ক এজনক ফৰ্মখন জমা দি উত্তৰ পালোঁ -"দুই তিনিদিনৰ পিছত খবৰ কৰিব। গুচি আহিলোঁ। বাটত শ্ৰুতিক দেখিও মাতিব নোৱাৰিলোঁ অজানিত কাৰণত। তাই মোক নেদেখিলে।

দুদিন পিছত খবৰ কৰিবলৈ গ'লোঁ। মোৰ বন্ধু কেৰাণী এজনে "এতিয়া কোনোপধ্যে নহ'ব" বুলি কৈ পঠালে। বাটত অন্য এজন বন্ধুক লগ পালোঁ। তেওঁ ক'লে, "তুমি উলিয়াব নোৱাৰাৰ কাৰণ হ'ল, তুমি পদ্ধতিটো জনা নাই। কাইলৈ মুখ্য সহায়কক চাহৰ দামটো দিবা, তোমাৰ প্ৰমাণ-পত্ৰ তোমাৰ হাতত পৌছাই দিব।" বন্ধুজনৰ দিহাটিৰ মই উপযুক্ততা বিবেচনা কৰিলোঁ।

পিছদিনাখন আকৌ গ'লোঁ। মনত এক প্ৰতিজ্ঞা লৈ, আজি নাগৰিকত্বৰ প্ৰমাণ পত্ৰ উলিয়ামেই। তলৰ বাৰাণ্ডাৰ কাষত মই চাইকেলখন থৈছোঁ কৰিছোহে এনেতে ওপৰৰ পৰা তামোলৰ পিক পৰাৰ অনুমান কৰি মূৰটো আঁতৰাই দিলোঁ। ছার্টৰ কানত ছিটিকনি পৰিল। লগে লগে খঙতে মই ধৈৰ্য্যৰ বান্ধ সোলোকাই প্ৰায় দৌৰিয়েই ওপৰলৈ উঠি গ'লোঁ। খাকী ড্ৰেছ কৰা মানুহ এটাক তামোল চোবাই থকা দেখি মই তাৰ বুকুত খামুচি ধৰি ক'লোঁ, "চালা জধলা, মোকোৰা মোকোৰে তামোল খাবি আৰু লোকৰ গাত পিকাবি ।" তাক ঘোচা মাৰিবলৈ উদ্যত হোৱা দেখি সি হাতযোৰ কৰি মাফ খুজিলে আৰু ওচৰত জমা হোৱা মানুহখিনিয়েও 'নামাৰিব' বুলি কোৱাত তাক এৰি দি আকৌ তললৈ নামি আহিলোঁ।

এটকাৰ তামোল কিনি ভালদৰে বান্ধি লৈ মুখ্য সহায়কৰ ওচৰলৈ আহিলোঁ। মুখ্য সহায়কৰ সতে কথা পতাৰ আগতে মোৰবন্ধু কেৰাণী জনক মাতি আনি সুধিলোঁ। কিবা এটা কৰি দিবলৈ হ'লে মুখ্য সহায়কজনে চাহ তাহৰ দাম বিচাৰে নেকি ?

বন্ধুজনে ক'লে, "বিচাৰে মানে ? তেওঁক সেইখিনি উপঢৌকন দিবই লাগিব। তেহে তোমাৰ কাম হ'ব।"

"কিন্তু দিম কেনেকৈ ?" —মই আকৌ সুধিলোঁ।

"মই কওঁ শুনা। তুমি প্ৰথমতে কেইখনমান তামোল কিনি লবা। টামান টকাৰে সৈতে তামোলখিনি ভালদৰে টোপোলা এটা কৰি তেখেতৰ ফালে আগবঢ়াই দি কবা— ছাৰ তামোল খাওক। টোপোলাটো তেখেতৰ কোনোবা এখন হাতৰ কাষতে দিবা যাতে তেখেতে ঘপ্‌কৰে ড্ৰয়াৰত ভৰাই থ'ব পাৰে। সেয়ে নহলে জোলোঙাৰ মেকুৰী ওলাই পৰিব আৰু তোমাৰো দুৰ্গতি হ'ব।

তামোল নিদি মিঠাপান দিব খুজিলে তুমি অধিক সুবিধা পাবা। নোটকেইখন চানাচুৰৰ পেকেটৰ লেখীয়াকৈ শংকু আকৃতিত বাদ্ধি তুমি তেখেতৰ ফালে আগবঢ়াই দি ক'লেই হ'ল – ছাৰ মিঠাপান খাওক। হয় নেকি দিয়া – বুলি কৈ তেখেতে হাত মেলি ল'ব। তাৰ পিছত তোমাৰ কাম পৰি নাথাকিব।"

মুখ্য সহায়কৰ ওচৰত দ্বিতীয় কৌশলটোহে কাৰ্যকৰী কৰিম বুলি ভাবি তামোলকেইখন মোৰ বন্ধুজনকে দি দিলো।

ইতিমধ্যে দেখিলো এজন মানুহে তেওঁৰ হাতমোনাটোৰ পৰা বাতৰি কাকত এখন উলিযাই মুখ্য সহায়কৰ ওচৰলৈ গৈ ক'লে, "ছাৰ, এই বিজ্ঞাপনটো চাওক। -- ইমান তাৰিখে এপ্লিকেশ্যন প্ৰেৰণৰ শেষ দিন আৰু ইফালে মোৰ নাগৰিকত্বৰ প্ৰমাণ পত্ৰ-খনেই প্ৰস্তুত হোৱা নাই। কিবা এটা কৰক ছাৰ। নহ'লে ইণ্টাৰভিউ পাৰ হৈ যাব। মুখ্য সহায়কজনে পঢ়ি থকা চিঠি এখনৰ পৰা মূৰ নোতোলাকৈয়ে ক'লে— "আজি নোৱাৰিম, কাইলৈ আহিব।"

"কিন্তু তাৰিখ যে উকলি যাব। গতিকে অনুগ্ৰহ কৰি আপুনি আজিয়েই কৰি দিযক।"

"আপুনি কথা ক'লে নুবুজে নেকি? বুজিছে ফ্লাড ৰিলিফৰ কামত মই খাবলৈকো সময় পোৱা নাই। এছ, ডি, অ' ছাৰৰো বহুকাম পৰি আছে মোৰ ওচৰত। অন্য কাম কৰিবলৈ মোৰ এতিয়া একমিনিটো সময নাই। যদি পাৰে, কাইলৈ আহিব। মই চেষ্টা কৰি চাম।"

"কিন্তু এপ্লিকেশ্যন পঠোৱা তাৰিখ যে উকলি যাব" ডেকাজনে নম্ৰতম অনুনযেৰে ক'লে।

"এপ্লিকেশ্যনখন পঠাই দিব। এইখন পাছত পঠাব। মুঠতে যি কৰে কৰি থাকিব। মোক বাৰে বাৰে আমনি কৰি নাথাকিব। মোৰ কথা এটাই।"

তাৰ পিছতো ডেকাজনে তেওঁৰ ওচৰত কেইমিনিটমান বৈ এবাৰ জোৰেৰে উশাহ টানি আঁতৰি আহিল।

এইবাৰ মোৰ পাল। মই মুখ্য সহায়কৰ ওচৰ চাপি কৌশল কাৰ্যকৰী কৰিলো।

মুখ্য সহায়কজনে তৎক্ষণাত মোৰ বন্ধু কেৰাণীজনক মাতি আনি ক'লে, "ত্ৰিলোক তুমি এওঁৰ নাগৰিকত্বৰ প্ৰমাণ পত্ৰখন আজিৰ ভিতৰতে প্ৰস্তুত কৰি দিয়াৰ ব্যৱস্থা কৰা।"

বন্ধুজনে কৰ্মখন লৈ তেওঁৰ প্ৰাথমিক কৰণীয়খিনি কৰি অন্য এগৰাকী সহায়কক কৰ্মখনৰ অন্য কিছু কাম কৰিবলৈ দিলে। সহায়কগৰাকী সহায়িকাহে। মই নিজে তেওঁৰ ওচৰলৈ গৈ সোন কালে তেওঁক কামখিনি কৰি দিবলৈ ক'লো। তেও ক'লে মই আহি পাইছোঁহিহে। অকণো জিৰণি ল'বলৈ পোৱা নাই।" মই মোৰ ঘড়ীটোলৈ চালো। এঘাৰ বাজিছে। মই ক'লো, "আপোনাক এনেকৈ হাৰাশাস্তি কৰিব খুজি মই দুখিত। কিন্তু উপায় নাই। সোনকালে কৰিবই লাগিব। মহকুমাধিপতি কিমান সময় থাকে ক'ব নোৱাৰি। কাৰণ, ফ্লাড-ৰিলিফৰ বাবে তেও বৰ ব্যস্ত।' সহায়িকা গৰাকীয়ে কামখিনি কৰি দি উঠি ক'লে, "আপোনাৰ একান্ত প্ৰয়োজন বুলি জানিহে মই কষ্ট কৰি হ'লেও কামখিনি ততাতৈয়াকৈ কৰি দিছো।" মই উত্তৰ দিলো, ঠিকেইতো আপুনি বহুত কষ্ট কৰিলে। দহবজাৰ চাকৰি লৈ এঘাৰ বজাত আহি আপুনি নিশ্চয় এবুটা জিৰণি লোৱাৰ প্ৰয়োজন আছিল।" মানুহগৰাকী বঙা চিঙা পৰি মৌন হৈ ৰ'ল। মই বন্ধুজনৰ ওচৰলৈ আহিলো। মোৰ বাৰম্বাৰ অনুৰোধত বন্ধুজনে মাধ্যমিক কামখিনি কৰি মোৰ কৰ্মখন অন্য কিছুমান কাগজ-পত্ৰৰে সৈতে মহকুমাধিপতিৰ ওচৰলৈ পঠালে। ইতিমধ্যে মহকুমাধিপতি ওলাই গৈছিল।

কিছুসময়ৰ আগতে মুখ্য সহায়কৰ ওচৰত প্ৰমাণ-পত্ৰৰ কাৰে দাবী তোলা ডেকাজনক নিৰাশভাৱে ঘূৰি ফুৰা দেখি মই মাতি আনি বুজিটো দিলো। মোৰ কথা শুনি তেওঁ চিঙিৰি তুলা যেন হ'ল।

মই অলপ ডাঙৰকৈয়ে হাঁহি ক'লো, "সংস্কাৰকৰ ভূমিকাত অৱতীৰ্ণ হ'ব খুজিলে আপুনি সিহঁতৰ পৰা একো কামেই আদায় কৰিব নোৱাৰিব। আৰু আপোনাৰ উদ্দেশ্য বা কৰ্তব্যটো সংস্কাৰ নহয়। আপোনাৰ উদ্দেশ্য মাথো এতিয়া কাম হাচিল— কাম। যি কৌশলেৰেই কাম হাচিল হয় সেই কৌশলেই প্ৰয়োগ কৰিব লাগিব।"

ডেকাজনে আৰু বাগাড়ম্বৰ নকৰি মোৰ ওচৰৰ পৰা আঁতৰি গ'ল।

আধাঘণ্টামানৰ পাছত তেওঁক আকৌ লগ পালো। এইবাৰ তেওঁক বৰ ব্যস্ত দেখা গ'ল। মই কৌতুক প্ৰিয়তাৰে সুধিলোঁ, "কিহে ইমান ব্যস্তভাৱে ঘূৰি ফুৰিছে যে?' তেওঁ ক'লে, 'নকবহে। সেইটো বস্তু মহকুমাধিপতিৰ টেবুল পালেগৈ। আকৌ লগতে কাষ্ট চাৰ্টিফিকেট এখনো উলিয়াব লাগে।" তেওঁ ব্যস্তভাৱে আঁতৰি গ'ল।

মই গৈ মহকুমাধিপতিৰ কোঠাটোৰ কাষৰ বেঞ্চ এখনতে বহিলোগৈ। ডেকাজনো আহি বহিল। মই তেওঁক সুধিলোঁ, "আপুনি জানো সঁচাকৈয়ে ইণ্টাৰভিউ দিব?' তেওঁ উত্তৰ দিলে, "নাই মোৰ ভণ্টিয়ে কলেজত এডমিশ্যন ল'ব লাগে।" তেওঁ আকৌ উঠি গ'ল আৰু মহকুমাধিপতিৰ মেজত থকা ফাইলটো মেলি চাই গুলাই আহিল। ডেকাজনৰ কাণ্ডখন চাই মোৰ বন্ধু কেৰাণীজনে মন্তব্য কৰিলে, "মানুহটো অভং যেন পাইছোঁ।"

মহকুমাধিপতিৰ বাট চাই চাই আমনি লগাত লৈযোৱা আলোচনীখন মেলি ল'লোঁ। ভেনেকুৱাতে মোৰ ওচৰত এগৰাকী ওখ আৰু বিয়াগোম শকত মহিলা আহি বহিলহি। মই কথা পাতিব নিবিচাৰি পঢ়াত মন দিলোঁ। আকৌ বিশ মিনিটমানৰ পাছত গাঁৱৰ ধৰণেৰে ধুতি পিন্ধা উদং গাৰ বুঢ়া এজন আহি বহিলহি। তেওঁ হেনো মহকুমাধিপতিক লগ ধৰি ফ্লাড ৰিলিফ বিচাৰিব। মই তন্ময় হৈ পঢ়ি আছো। বুঢ়াই মাত লগালে, "ঐ পইচা অলপ দেচোন। কিবা অলপ খাওঁগে। মই ছুদিন একো খোৱা নাই।" মই উত্তৰ দিলোঁ, "মাফ কৰিব দেউতা, মোৰ হাতত আপোনাক দিব পৰাকৈ পইচা নাই। টকা এটা আছে। মোকেই লাগিব। কিয়, ফ্লাড-ৰিলিফ পোৱা নাই নেকি?" বুঢ়াই ক'লে, বোপাই চাৰিসাজৰ বাবে জানো আধাসেৰ চাউল দিলে চলিব পাৰি?

আমাৰ ওচৰত একো নাপাই বুঢ়াজনে বাৰাণ্ডাৰ সিটো মূৰে বহি থকা মানুহখিনিৰ ফালে আগবাঢ়ি গ'ল। অন্য এজন মানুহে আমাৰ ওচৰ চাপি ক'লে, "বুঢ়াজনে ৰিলিফত পোৱা চাউল ছুই কেজি গাঁৱৰে গেলামালৰ দোকানত বিক্ৰী কৰি ইয়ালৈ আহিছে। অৱশ্যে আমাৰ গাঁৱৰ প্ৰায়বোৰ ৰিলিফ ভোগীয়েই তেনে কৰিছে।'

ঘণ্টাজুৰি আলোচনীখনৰ পৃষ্ঠাৰ মাজত বিভোৰ হৈ আছিলোঁ। হঠাতে মহকুমাধিপতিৰ পিয়নজনে, যাক মই প্ৰথমে আহিয়েই মাতিব খুজিছিলোঁ, মোক ক'লে, "আপুনি মহকুমাধিপতিক লগ নকৰিলে কিয়? তেখেত আহিও গ'লগৈ।" মোৰ মনটো বৰ বেয়া লাগিল। আলোচনীখন জপাই থলোঁ। দৌৰাদৌৰিকৈ আহি বন্ধু কেৰাণীজনৰ পৰা মোৰ কৰ্মখনৰ নম্বৰটো জানি মহকুমাধিপতিলৈ অপেক্ষা কৰি ৰ'লোঁ।

এইকেইদিনৰ ভিতৰতে সুলভ হোৱা আটাইবোৰ চৰিত্ৰৰে ভণ্ডামিবোৰ বিশ্লেষণ কৰি ভাবিলো,— চৰকাৰে আয়োজন কৰা ফাকুখেলৰ ৰং সকলো বাইজৰে গাত লাগে— কাৰোবাৰ ছালত বা কাৰোবাৰ চোলাত। খেলা-নেখেলা বাছেনি যোৱা কোনো হাত সাৰিব নোৱাৰে। কোনো— আনকি প্ৰতিবাদী জনো।

ভাবি ভাবি মহকুমাধিপতিৰ কাৰণে গধুৰ মুহূৰ্তবোৰত ধৰি পেণ্ডুলামৰ দৰে ওলমি ৰ'লো।

মোৰ কাষতে বহি থকা মহিলাগৰাকী উঠি গৈ মই অনাৰ দৰে নম্বৰটো আনি ল'লে।

ডেকাজনক চালো। ক'তো নেদেখিলো। মই নিশ্চিত হ'লো, তেওঁ কেতিয়াবাই প্ৰমাণ পত্ৰ উলিয়াই নিলে।

মহিলা গৰাকীয়ে আহি মোক উপযাচি সুধিলে, "আপুনিও চিটিজেনছিপ চাৰ্টিফিকেট উলিয়াব নহয় জানো? ক'ত এডমিশ্যন ল'ব?

মই উত্তৰ দিলো "হয়। মই চাকৰিৰ বাবেহে উলিয়াব খুজিছো। আপুনি?"

"মই মেডিকেল কলেজত এডমিশ্যন ল'ম বুলি ভাবিছো।"

মই ভাবি আচৰিত হ'লো যে মই ইমানপৰে বিস্ময় চাৱনিৰে চাই থকা মহিলা গৰাকী আচলতে এগৰাকী প্ৰি ডিগ্ৰী পাছ ছাত্ৰীহে।

আমি কথাপাতি থাকোতেই মহকুমাধিপতি আহি সোমালহি। মই গৈ মহকুমাধিপতিক ক'লো, "ছাৰ ইণ্টাৰভিউৰ বাবে একান্ত প্ৰয়োজন হোৱাত মই চিটিজেনছিপ চাৰ্টিফিকেটৰ বাবে পাঁচদিন আহি আছো। অথচ উলিয়াব পৰা নাই।" মহকুমাধিপতিয়ে সাউৎকৰে উত্তৰ দিলে, "মই কি কৰিব লাগে? ক্লাড বিলিফৰ

কামত মই কিমান ব্যস্ত নাজানানেকি ?”

মই পুনবাব ক’লোঁ, “ছাব মাত্র স্বাক্ষৰ কৰিব লাগে। ফৰ্ম নং ... ইমান।”

তেওঁ স্বাক্ষৰ দিলে। মই বন্ধু কেৰণীজনৰ ওচৰলৈ আহি এপ্লিকেশ্বন ফৰ্মখনত “বিচিভ্‌দ” বুলি লিখি দেৱ-দুৰ্লভ নাগৰিকৰ প্ৰমাণ-পত্ৰখন লাভ কৰিলোঁ।

দুসহ সময়খিনি শেষ হোৱা যেন পাই মই এইবাৰ যুদ্ধজেতা সেনাপতিয়ে তুৰংগমত উঠি যুদ্ধজয়ৰ বাতৰি বজাক দিবলৈ ওলো ৱাৰ দৰে চাইকেলখনত উঠি নাগৰিকত্বৰ প্ৰমাণ-পত্ৰ উলিওবাৰ সুখবৰ ক্ৰডিক দিবলৈ ওলালো।— মহা পয়োভৰে।

(ৰচনা ১৯৮৩ চন)

— x —

# ॥ দুটা পুৰাৰ অন্তৰ ॥

চিকিৎসাৰ নামত ৰোগীৰ জীৱনক লৈ হেতালি খেলা, অসমৰ ধুনীয়া সদৰ নগৰ এখনত বাস কৰা ডাক্তৰ ৰমা দাসক চিনি পোৱা মানুহ অসমৰ সকলো নগৰ চহৰ গাওঁ-ভূঁইতে আছে। তেওঁৰ চিকিৎসা লৈ জীৱন জুৱা খেলিব লগা হোৱা অসংখ্য মানুহ অসমৰ চুকে কোণে আছে আৰু তেওঁলোকৰ মুখেদিয়েই তেওঁৰ সংস্পৰ্শলৈ নহা মানুহেও গম পাইছে ডাক্তৰ ৰমা দাস কোন আৰু কিহৰ কাৰণে বহুখ্যাত। সাধাৰণতে ডাক্তৰ বুলিলেই মানুহৰ মনলৈ আহে বাইজৰ সেৱকস্বৰূপ অথচ এজন সন্মানিত ব্যক্তি যাৰ মৰমিয়াল পৰশত ৰোগীৰ ৰোগ ভাল হয় আৰু যাৰ সংগ্ৰামী প্ৰচেষ্টাৰ চিকিৎসাত যমদূতো অজামিলৰ ওচৰৰ পৰা পলায়। কিন্তু তাৰ বিপৰীতে ডাক্তৰ ৰমা দাস এনে এজন ব্যক্তি যি বাইজৰ মনত মূৰ্তিমন্ত হৈছে সন্ত্ৰাসৰ এক ইম্প্ৰেশ্যন স্বৰূপে, অৰ্থলোভী এক ব্যৱসায়ী স্বৰূপে আৰু বিজ্ঞানৰ মন্ত্ৰদীক্ষিত এক হত্যাকাৰী স্বৰূপে। চমুকৈ তেওক ৰক্ত পিপাসু ডাক্তৰ বুলিলে চিনি নোপোৱা মানুহৰ নাম গোটোৱা টান।

নগৰখনৰ ব্যস্ত শাখাপথ এটাৰ কাষতে থকা 'মা কালী ফাৰ্মাচী' খনতে তেওঁ প্ৰায়ে বহি থাকে। ফাৰ্মাচীখন তেওঁৰ নিজা। প্ৰয়োজন হ'লে ফাৰ্মাচীখনৰ সতে সংলগ্ন চেম্বাৰটোত তেওঁ ৰোগীও চায়। নহ'লেও ফাৰ্মাচীখনৰ পৰা এক ফাৰ্লং আঁতৰত্বে তেওঁৰ ঘৰখন আৰু পুৱা-গধূলি তেওঁ ঘৰতে ৰোগী চায়।

তেওঁৰ দেউতাক পৰমা দাস আছিল নগৰখনৰ এজন নামী দামী উকিল। যি কোনো কেছতে তেওঁৰ মক্কেলবোৰ সদায় জিকিছিল আৰু জিকাই দিয়াৰ বাবদ তেওঁ সিহঁতৰ পৰা প্ৰভুত পৰিমাণৰ ধন সম্পত্তি খীবাই লৈছিল। এবাৰ তেওঁ মক্কেলজনৰ পৰা দাবী অনুযায়ী ধন নোপোৱাত মা কালীৰ নাম লৈ মক্কেল জনক ছুৰী মাৰি হত্যা কৰিছিল। তেওঁৰো মৃত্যু হৈছিল এজন চোৰৰ ছুৰীৰ আঘাততে। পৰম্পৰাগতভাৱে ডা ৰমা দাসে মা কালীৰ সাধক হয় আৰু গোঁসানী পৰাকীৰ প্ৰতি পদ পদ ভক্তি প্ৰদৰ্শনৰ চিন স্বৰূপেই ফাৰ্মাচীখনৰ এই নামকৰণ কৰে। লগতে বাপেকৰ গুণৰাজিও তেওঁ সুন্দৰকৈ আয়ত্ব কৰে। জীয়াই থকা কালতে পুতেকৰ এই সদগতি দেখি বাপেকে সন্তুষ্টি প্ৰকাশ কৰিছিল। 'যোগ্য ভোগ্য বসুন্ধৰা' উকীল পৰমা দাসে আখৰে আখৰে মানি চলা এই সাৰবাক্যৰ গুৰুত্ব প্ৰকৃত উত্তৰ পুৰুষ ডাক্তৰ ৰমা দাসে আন্তৰিকভাৱে উপলব্ধিকাৰে।

ডাক্তৰ ৰমা দাসৰ ওচৰলৈ কোনো ব্যক্তি আহিলেই তেওঁৰ জিহ্বাগ্ৰত পোনে পোনে থূপ খায় চাৰিটা শব্দ—মোৰ ফিজ চল্লিশ টকা। ব্যক্তিজন তেওঁৰ ৰোগৰ বিবৰণ বৰ্ণনা কৰিবলৈ লোৱা মাত্ৰকে তেওঁৰ মুখেদি সোচ্চাৰ হৈ ওলাই আহে আকৌ সেই চাৰিটা শব্দ —মোৰ ফিজ চল্লিশ টকা। প্ৰেছ ক্ৰিপ শ্যনখন লেখি উঠি তেওঁ ব্যক্তিজনৰ ফালে আগবঢ়াই দি কয়—'এয়া লওক। চল্লিশ টকা দিয়ক।' তেওঁ অত্যন্ত স্বাভাৱিকভাৱে অভদ্ৰজনোচিত-ভাবে একেটা বাক্যকে বাৰে বাৰে দোহাৰি থকা দেখি ব্যক্তিজন আচৰিত হয়। কেতিয়াবা কোনোব্যক্তিয়ে অপমানিতো বোধ কৰে।

আকৌ অপৰিচ্ছন্ন বা ফটাচিটা কাপোৰ পিন্ধা মানুহ দেখিলে তেওঁ প্ৰশ্ন কৰে, 'মোক ভিজিট দিবলৈ আপোনাৰ হাতত চল্লিশ

টকা আছেনে ?' সেই পৰিমাণৰ ধন নাথাকিলে মানুহজন তেওঁৰ ওচৰত বিমুখ হৈ ঘূৰে। বাৰে বাৰে কাকুতি কৰিলে ডাক্তৰৰ খঙৰ কোব চৰে।

তেওঁ যদি তেওঁৰ ওচৰলৈ অহা ৰোগীৰ কোনো জটিল বেমাৰৰ উৎস উদ্ধাৰ কৰিব পাৰে, ক্ষমতাৰ ভিতৰত থাকিলেও তেওঁ ৰোগীজনক সময়মতে আৰোগ্য কৰি দিয়াৰ প্ৰযাসৰ নকৰে। এক গধুৰ হিচাপৰ টকা আদায কৰিহে তেও ৰোগীজনক আৰোগ্য কৰি দিযে। বেমাব ধৰিব নোৱাৰিলেও তেওঁ পৰাভৱ নামানে। ৰোগীজনক সৰ্বান্তকৰণে চিকিৎসা কৰা যেন দেখুৱাই ৰিয়াক্‌শ্যন হ'ব নোৱাৰা বা কোনোধৰণৰ কাম নিদিয়া দৰৱ কিছুমান সেৱন কৰিবলৈ দি দি ৰোগীজনক বিৰক্ত কৰি তোলে। অৱশেষত ৰোগী জন নিজেই আঁতৰি পৰে। কিছুমান ৰোগীক তেওঁ স্ল পয়জন দি মৃত্যুমুখী কৰি তোলাৰ ৰেকৰ্ডো ভুক্তভোগী ৰাইজৰ ওচৰত আছে। তদুপৰি সকলো প্ৰেছক্ৰিপশ্যনতে তেও এনে কিছুমান দৰৱৰ নামহে উল্লেখ কৰে যিবোৰ তেওঁৰ ফাৰ্মাচীত মজুত থাকে। হোমিও পেথিক আৰু আয়ুৰ্বেদিক দৰৱ কিছুমানো তেওঁ এল্যুপেথিক দৰৱ বুলি উচ্চ দামত বিক্ৰী কৰে।

চল্লিশ বছৰীয়া চিকিৎসা জীৱনত তেওঁৰ সাফল্য, উৎকৃষ্ট শুশ্ৰূষা আৰু জনসেৱাৰ উদাহৰণ একেবাৰে নগণ্য হ'লেও প্ৰতাৰণা আৰু প্ৰবঞ্চনাৰ উদাহৰণ কিন্তু অলেখ। যেতিয়াই সুবিধা পাইছে কাৰোবাক ঠগিবলৈ সেই সুবিধা তেওঁ তৎপৰতাৰে গ্ৰহণ কৰিছে। যেতিয়াই সুবিধা আহিছে কাৰোবাক বধিবলৈ টকাৰ বিনিময় লৈ তেওঁ সেই সুযোগ চাতুৰ্য্যৰে গ্ৰহণ কৰি ধৈৰ্য্যৰে পালন কৰিছে। এইবিলাক কৰি তেওঁ কেতিয়াও ভাগৰি পৰা নাই, কোনো দিন তেওঁৰ ভাবা-

ৰোগেও ক্রিয়া কৰা নাই। মুক্তিৰ ঠাইতো নায়েই। বৰঞ্চ, বিসংগতি আহিলে নৰবক্তক পূজা কৰি মা কালীৰ পৰা তেওঁ আশীৰ্বাদহে লাভ কৰে।

সৰহভাগ মানুহেই আৰোগ্য আশা কৰি দুৰাৰোগ্য বুটলিবলৈ তেওঁৰ ওচৰলৈ যাবলৈ ভয় কৰে।

কিন্তু কিছুমান ৰোগী আছে যি এজন ডাক্তৰৰ ওচৰত চিকিৎসা লৈ ভাল ফল নাপালে অন্য এজন ডাক্তৰৰ ওচৰলৈ দৌৰে, সেইজনৰ ওচৰতো সুফল নাপালে আকৌ অন্য এজনৰ ওচৰলৈ দৌৰে। এই দৰে তেনে ৰোগীয়ে তেওঁৰ দীৰ্ঘদিনীয়া অসুখৰ নিৰাময়ৰ বাবে সুচিকিৎসাৰ অন্বেষণত এজন ডাক্তৰৰ ওচৰৰ পৰা অন্য এজন ডাক্তৰৰ ওচৰলৈ দৌৰি ফুৰে। সেই ৰোগীজনে তেতিয়া তেওঁৰ বিশ্বাস অবিশ্বাসৰ কথা মনলৈ নানি জনপ্রিয় অজনপ্রিয় সকলো ডাক্তৰৰ কাষ চাপে আৰু টকা পইচা খৰচৰ কথা তেও মুঠেই নাভাবে। ৰোগীজনৰ মনত তেতিয়া একমাত্র এটা ধাৰণাই কিযা কৰে জীৱনটো দুসহ কৰি তোলা শৰীৰটোৰ অসুখটো ভাল নকৰি টকা পইচা এসোপা জমা কৰি ৰাখিলেনো কি লাভ হ'ব। তেনেদৰে অহৰহ চিকিৎসা লৈ থাকি ৰোগীজনো সময় প্রচুৰ মেডিকেল জ্ঞানেৰে অভিজ্ঞ হৈ পৰে। একেবাৰে ঠিক এনে এজন ৰোগীয়েই এবাৰ ডাক্তৰ ৰমা দাসৰ ওচৰলৈ আহিল। ৰোগীজন খেতিয়ক। 'চায়েটিকা'ৰ পেইনত তেওঁ কেইবছৰৰ পৰা ভুগি আছিল। প্রথমতেই চল্লিশ টকাৰ ফিজ আগবঢাই দিয়াত ডাক্তৰে তেওঁক মনোযোগেৰে চালে। তথা পিও, কান্ধত গামোচা লৈ খেতিয়কজনৰ সাধাৰণ পৰিধেয় দেখি তেওঁৰ পৰা উপযুক্ত হাৰত পইচা নেপাব বুলি ডা দাসৰ সন্দেহ হ'ল। ডাক্তৰে তেওঁক কেইটামান দামী ইনজেকশ্যনৰ নাম কৈ তেওঁৰ শৰীৰত

ডিষ্টিলড ৱাটাৰহে ইনজেক্ট কৰিলে। ইনজেকশ্যন দি উঠি ডাক্তৰে ক'লে যে তেওঁ তেনেকুৱা পোন্ধৰটা ইনজেক্শ্যন ল'ব লাগিব। তেতিয়া মানুহজনে ক'লে, 'ছাৰ, মোৰ ঘৰৰ ওচৰতে কম্পাউণ্ডাৰ আছে। ছুটামান বেজী যদি মই কিনি লৈ যাওঁ কম্পাউণ্ডাৰজনেই মোক দি দিব পাৰিব। ছুটা মান মানে তিনিটা বেজীৰ দাম কিমান হ'ব?'

ডাক্তৰে ভাবিচিন্তি ক লে, 'ওঁহো, এই বেজী কেইটা দিব নাজানিলে তোমাৰ আকৌ নতুন পেইন বা বিষ আৰম্ভ হ'ব। তুমি মোৰ ওচৰলৈকে আহি থাকিবা। মযে তোমাক দি থাকিম।'

তেওঁ আকৌ ক'লে 'ছাৰ, তেওঁ নিশ্চয় পাৰিব। তেওঁ বহুত জনা শুনা পুৰণা কম্পাউণ্ডাৰ। এজন ডাক্তৰৰ সমান জ্ঞান আছে তেওঁৰ।'

ডাক্তৰে ন দি ক'লে, 'ওঁহো নোৱাৰে। ইয়াৰ পুছিং মেথড মানে দিযাৰ নিৰ্দিষ্ট নিয়ম আছে। কম্পাউণ্ডাৰে কিটো জানে? খুচিবহে জানে। কেৱল খুচিব পাৰিলেই নহ'ব। কামো হ'ব লাগিব। যোবা, যেতিযাই পাৰা তেতিয়াই আহিবা।

ৰোগীজন গুচি গ'ল। পিছদিনা তেওঁ আকৌ আহিল। ইন জেকশ্যন লব লৈ ইতস্তত: কৰি তেও ডাক্তৰক ক'লে, 'ছাৰ, বেজী এটা মই ঘৰলৈ লৈ যাবলৈ বিচাৰিছোঁ। কম্পাউণ্ডাৰজনে চাব বিচাৰিছে।'

'এ তেও নো আকৌ কৰিব কি?' ডাক্তৰজনে আপত্তি দেখুৱাই ক'লে।

'ছাৰ, নহ'লে আপুনি বেজীত ব্যৱহাৰ কৰা তৰলটোকে অলপ দিযক। লগতে নামটোও বুজিব পৰাকৈ কাগজ এখনত লেখি দিয়ক।'

'নামটো জানো মই প্ৰেছক্ৰিপশ্যনত লেখি দিয়া নাই?' ডাক্তৰে খং আৰু বিৰক্তি দেখুৱাই প্ৰশ্ন কৰিলে।

'ছাৰ, আপুনি লেখি দিছিল যদিও তেও বুজিব নোৱাৰিলে। মোৰ কলেজত পঢ়া ছোৱালীজনীয়েও ধৰিব নোৱাৰিলে। আজি কেইবাখনো ফাৰ্মাচীত সুধি পুচিও বেজীটো বিচাৰি নাপালে।।

'মুৰ্খবোৰ ক'ৰবাৰ? সিহঁতে কেনেকৈ জানিব? আজি কালিৰ ডাক্তৰ কম্পাউণ্ডাৰবিলাকে সাধাৰণ দৰবৰ নামকে নাজানে।

'ডাক্তৰে ভায়েল এটা আনি ডিছটিলড্ ৱাটাৰৰ লগত পাউদাৰ অলপ মিহলি কৰি তেওৰ হাতত দি ক'লে, 'লোৱা'—।

তেও ভায়েলটো হাতত লৈ ক'লে, 'ছাৰ কালিৰ তৰলখিনি শুদ্ধ পানীৰদৰে আছিল। আজি দেখোন তৰল খিনিত অলপ ৰং ধৰিছে আৰু তলিতো কিবা অলপ জমা হৈ থকা দেখা পাইছো।

ডাক্তৰে তেওক ধমক দি ক'লে "লৈ যোৱা একেখিনিয়েই। বহুদিন অসুখত ভুগি তোমাৰ চকুও বেয়া হৈ গৈছে যেন পাইছো।

"ছাৰ।

'যোৱা চিঞৰবাখৰখন নকৰিবা।

মানুহজন বাহিৰলৈ ওলাই আহিল আৰু ঘৰলৈ গ'লগৈ। পিছদিনা কম্পাউণ্ডাৰক লগত লৈ তেও আকৌ আহিল। কম্পাউণ্ডাৰে ডাক্তৰৰ ওচৰ চাপি ক'লে 'ছাৰ, আপুনি এখেতক কি দৰব দিছে মই একো বুজিব পৰা নাই। আমাৰ ডিছপেনছৰিৰ ছাৰেও বুজি পোৱা নাই। ছাৰ, নামটো ক'বনে?

'কেনেকৈ বুজি পাব? মেডিকেল কলেজৰ পাঠ্যক্ৰমৰ পৰা কেৱল মুখস্থ কৰি ৰখা দৰবকেইটাই কাম দিয়েনে? পৃথিৱীৰ উন্নত দেশবোৰৰ মেডিকেল চায়েন্সৰ খবৰ জানো তেওলোকে ৰাখে।

ৰোগীজনে কৌতুহলী কণ্ঠেৰে সুধিলে 'তথাপিও ছাৰ, আপুনি দিয়া দৰবৰ নাম অন্য কোনো ডাক্তৰেই নাজানিব লাগেনে? দৰবটোৰ বিষয়ে ছাৰ, ভাঙি পাতি ক'বনে?

'আপোনাৰ দৰবৰবোৰ ছাৰ, কোনখন উন্নত দেশৰ পৰা কেতিয়া

আৰু কেনেকৈ যোগাৰ কৰে জনাবনে ? মই আমাৰ ছাৰকো ক'ম আনিবলৈ ।' জনাৰ আগ্ৰহ থকা যেন দেখুৱাই কম্পাউণ্ডাৰজনে ক'লে।

'শ্যাট আপ । বেছি তৰ্ক বিতৰ্ক নকৰিবা । ওলাই যোৱা ।'

'ছাৰ,' কম্পাউণ্ডাৰজনে উচ্চাৰণ কৰিলে ।

'শ্যাট আপ শ্যাট আপ । গেট আউট । বেছি দিগদাৰি কৰিলে মই পুলিচ মাতিম ।'

শব্দকেইটা মুখেৰে অনৰ্গলভাবে উচ্চাৰণ কৰি ডাক্তৰে চকীৰ পৰা উঠি তেও লোকেলৈ জুই চাৱনিৰে চালে । কম্পাউণ্ডাৰে ৰোগী জনক হেচুকি আগবঢ়াই লৈ ওলাই গ'ল । ডাক্তৰে অস্বস্তিৰ নিশাহ এৰি স্বস্তিৰ উশাহ টানিলে ।

এবাৰ ডা ৰমা দাসৰ ওচৰলৈ ডেলিভাৰি কেছ এটাৰ কথা লৈ ডেকা মানুহ এটা আহিল । ডেকাই ডাক্তৰক আকুলভাৱ লগ ধৰিলে । ডাক্তৰে ক'লে, মই সাধাৰণতে সেইবিলাক কেছ নাযাওঁ । তুমি মোৰ ভৰিত পৰি কাকুতি কৰিছা তেতিয়া মই যাব পাৰোঁ । মোক কিন্তু নগদ পাঁচশ টকা লাগিব । এতিয়া তালৈ যোবাৰ আগতে নগদ তশ টকাৰ এডভান্স লাগিব । কোৱা, পাৰিবানে দিব ? ডেকাই সৈমান হৈ ক'লে, 'ওলাওক ছাৰ, দেৰি নকৰিব । আপুনি যি বিচাৰিছে তাকে পাব । কিন্তু মোৰ ওচৰত এতিয়া তিনিশ টকা নাই । এই টকা পঞ্চাশটাকে লওক ছাৰ । টকা হাত পাতি লৈ ডাক্তৰে নিজৰ ফিয়েটখনতে ডেকাক তুলি লৈ ওলাল ।

ডেকাৰ মৃতপ্ৰায় ঘৈণীয়েকক বচাই উঠি ডাক্তৰে ক'লে, 'এতিয়া মোৰ প্ৰাপ্য ফিজ দিয়া ।' ডেকাই বিনীতভাবে ক'লে, "ছাৰ, এতিয়া

আপোনাক পঞ্চাশ টকা দিওঁ আৰু বাকীখিনি দৰমহা পোৱাৰ পিছত মই নিজে দি আহিমগৈ ।'

'তোমাৰ লগত মোৰ কিমান টকাৰ বন্দবস্ত আছিল ? পাহৰি গ'লা নেকি । ভাবিচোৱা, কেৱল তোমাৰ প্ৰাৰ্থনাৰ কাৰণেই এই ৰাতিখন নিজে ফিয়েট চলাই ইমান দূৰৰ গাঁৱলৈ আহিলো । । দেৰি নকৰিবা । মোক সোনকালে বিদায় দিয়া ।'

'ছাৰ, মোৰ হাতত পইচাই নাই । খেতি বাতি কম । অফিচত পিয়নৰ চাকৰি কৰি যেনে তেনে দুটা পেট পুহিছো । আপুনি মোক বিশ্বাস কৰক ছাৰ । দৰমহা পালে মই নিজে দি আহিমগৈ ।'

ডাক্তৰে অত্যন্ত উষ্মাৰে ক'লে, 'নাই নহ'ব । মোক পূৰাপুৰি টকা দিয়া । এই ৰাতিখন মোক তোমাৰ ঘৰলৈ মাতি আনি অপমান কৰিছা কিয় ?

ডেকাই তাৰ হাতৰ পৰা হাতঘড়ীটো খুলি ডাক্তৰৰ ফালে আগবঢ়াই দি ক'লে, 'ছাৰ, আপুনি যিহেতু অবিশ্বাস কৰিছে এতিয়া এইটোকে লওক । মই দৰমহা পালে আপোনাৰ পৰা মোকোলাই আনিমগৈ ।'

তাৰ হাতখন ঠেলামাৰি ডাক্তৰে ক'লে, 'তুমি মোক কি বুলি ভাবিছা ? এটা পুৰণা ঘড়ীৰে মোক আভুৱা ভাবিবলৈ আহিছা ? বিপদৰ পৰা উদ্ধাৰ কৰাৰ পিছত মোৰ সতে বদমাচি কৰিবলৈ তোমাৰ লাজ লগা নাই ? তুমি মানুহ নে গৰু ? তোমাক এনেকুৱা ভিকহু বুলি জনাহেতেন মই কেতিয়াও নাহিলোঁহেতেন । ছালছিগা ভিকহু পেচেন্টক চোৱাৰ মোৰ অভ্যাসেই নাই ।'

ডেকাই অনুনয় কৰি কৰি ক'লে, 'ছাৰ, আপোনাক মই মোৰ ককাইদেউ বুলি সম্বোধন কৰিছোঁ । আপোনাক কি দি সন্তুষ্ট কৰিম কওক ।'

সময় সুবিধা অনুসৰি দস্যুগিৰি কৰি ফুৰা ডাক্তৰে এইবাৰ তেওঁৰ ক্ৰুৰ লুভীয়া আশাক গোপন কৰি ৰাখিব নোৱাৰিলে। তেঁও তাক নিৰ্লজ্জভাবে ভাষাৰে প্ৰকাশ কৰি ক'লে, 'কিয়, তোমাৰ ঘৈণীৰ কোনো সোণৰ অলংকাৰ নাই নেকি? তুমি দেখোন ক'লাই এপ্তাহৰ পিছতে দৰমহা পাম বুলি। দৰমহা পালে তুমি মোক কোৱাৰ দৰে মোকো লাই আনিব পাৰিবা। এইদামী বস্তুবোৰ তোমাৰ ভগা পঁজাত থকাতকৈ মোৰ পকাঘৰত থকাই ভাল। তোমাৰ এই চাল বেৰ নোহোবা ঘৰৰ মাজত চোৰ তস্কৰৰ পৰা কিমানদিন লুকুৱাই ৰাখিবা? তাতকৈ মোৰ ঘৰতে নিৰাপদে ৰাখা। তোমাৰ ইচ্ছা অনুসৰি এবছৰ, দুবছৰ ।'

সি ভিতৰলৈ গ'ল। অসহ্য প্ৰসৱ যন্ত্ৰণাৰ উপশম কৰি দিয়াৰ বাবে তাৰ ঘৈণীয়েক ডাক্তৰৰ প্ৰতি কৃতজ্ঞহৈ আছিল। তাই গিৰিযেকক ওচৰলৈ মাতি নি ক'লে, 'ডাক্তৰে যি বিচাৰিছে তাকে দিযাই উচিত হ'ব। ডাক্তৰ নহাহ'লে মই কিজানি মৰিয়ে গ'লো। হে তেন। আপোনাৰ হাতত থকা টকাৰ লগতে মোৰ সোণৰ চেইন ডালো দি দিযক। পিছে পৰে নগদ পইচা দি চেইনডাল ঘূৰাই আনিব পৰা যাব।' সি অমান্তি হৈ ক'লে, 'কিন্তু সেইডাল যে মই তোমাক জোৰোণত দিযা চেইন। সেইডাল মই কি সতেৰে দিও। এবাৰ উলিয়াই দিলে পুনৰ ঘূৰাই অনা টান হৈ পৰিব।'

তাই তাক নিচুকণিৰ সুৰত ক'লে, 'আপুনি এনেখন কৰিছে কিয়? মই মাইকী মানুহজনীয়েই মৰমৰ বস্তু এটা দিব খুজি দুখ কৰা নাই। আপুনিনো দুখ কৰে কিয়?'

'দুখ নালাগিব কিয়? বিয়াৰ আগতেই তোমাক ঘূৰাই ফুৰাই জুৱেলাৰীত শুনুৱাই কেনেকৈ তোমাৰ পচন্দ চাই চেইনডাল পচাই-

ছিলে।– মনত পৰিছে। দুখ নালাগিব কিয়?

তাক সন্ত্বনা দিয়া তায়েই এতিয়া খোকা থুকি মাতেৰে ক লে, য'ক য'ক। তেখেতক দিলকগৈ। তেখেত আকৌ বহুদূৰ বাট যাব লাগিব। চিন্তা নকৰিব। সম্পূৰ্ণ সুস্থহৈ উঠাব পিছত ময়ে ত াত সুতবৈ চেইনডাত মোকোলাবৰ বাবে প্ৰয়োজন হোৱা পইচাখিনি উলিয়াব পাৰিম।'

তাইৰ কথাত সি আত্ম প্ৰবোধৰ বল পাই ক লে, 'অ'—অ – মানে—অ' মানে তুমি চিন্তা নকৰিবা। মই তোমাক এসপ্তাহৰ ভিতৰতে সেইডাল ঘূৰাই আনি দিম। মই দৰমহা পালেই সেইডাল ডাক্তৰৰ ওচৰৰপৰা পুনৰ লৈ আহিম।'

সি নিজৰ চকুপানীবোৰ মচি ডাক্তৰৰ হাতত টকাৰ সতে চেইনডাল তুলি দিলেগৈ। ডাক্তৰে তাক তাচ্ছিল্য কৰি ক'লে, 'এইডালহে দিলা নেকি? এইডালৰ দাম বৰ বেছি নহয়।' বুজিছা ডাক্তৰক মাতি আনি শুদা মুখ নেদেখুৱাবা। টকাৰ যোগাৰ ৰাখিবা। মই যাও।'

'যাওক ছাৰ, বেয়া নাপাব।'

দেখাগ ল ডাক্তৰে তুষ্ট হৈ চেইনডাল পেণ্টৰ পকেটত ভৰাই ল'লে ডাক্তৰৰ তুচ্ছতা দেখি সি তুষ্ট নহ'ল।

ডাক্তৰে সিহ তৰ ঘৰৰ পৰা এনেদৰে টকা আৰু সোণৰ মাল আদায় কৰি নিয়াৰ কথা ইকাণ সিকাণ সহস্ৰকাণ হৈ গোটেই গাঁওখনৰ মতা মাইকীৰ মুখে মুখে আলোচিত হ'ল। অধিক প্ৰচাৰৰ লাজতে সি কথাটো অফিচত লুলিযালে।

তাৰ সদায়েকৰ পুতেক আদিপ অলপ অঘাইতং ধৰণৰ। কথাটো তাৰো ভাল নালাগিল। সদায়ে তাৰসতে ফূৰ্তি-তামচা কৰি থকা

নবৌজনীৰ ইমানটো বিপদত তাৰ সবল ককায়েকটোক এনেকৈ ঠগি যোবা ডাক্তৰজনৰ ওপৰত তাৰ প্ৰতিশোধ ল'বৰ মন গ'ল। সি তাৰ লগৰ অধৰহতক লগ কৰি কথাটো ক'লে। দোস্তৰ কথাটো অধৰহতে দলিয়াই নেপেলালে। নগৰত চাবলগীয়া কথাছবি এখনো আছিল। গতিকে সি তাৰ বুদ্ধিটো ভালহে পালে।

ঘটনাটোৰ প্ৰায় এমাহৰ পিছত আদিপ অধৰ, হৰ্ষ আৰু বিভূষণে নগৰলৈ আহি ঘূৰি-পকি ছেকেণ্ড শ্বো চিনেমা চালে। তাৰপৰা সিহঁতে খৰখেদকৈ ডাক্তৰৰ ঘৰলৈ আহিল। আদিপে কলিং বেলৰ ছুইচটো দীৰ্ঘ সময়ৰ বাবে টিপি থাকিল। ল'ৰা এটা ওলাই আহি বিৰক্তিৰ সুৰত সিহঁতক সুধিলে 'কি হ'ল? কাক বিচাৰিছে? দেউতাক নেকি? কিবা দৰকাৰ আছে নেকি?

'হয় হয়, চাৰকেই বিচাৰিছো। ছাৰক সোণকালে জগাই দিয়কচোন। দেৰি হ'লে মৰিলে। আৰু।' আদিপে ক'লে।

'দেউতাযে শুই আছে?

আমাৰ কথা ক'লেই উঠিব। আমাৰ তালৈ ছাৰ কেইবাবাৰো গৈছে। য কচোন। সোনকালে জগাই দিয়ক। নহ'লে মানুহ মৰিব এতিয়া' অধৰে ক লে।

কেইমিটমানৰ পাছত ডাক্তৰ উঠি আহিল। ডাক্তৰক দেখা পোৱাৰ লগে লগে আদিপে সকাহ পোৱাৰ সুৰত মাতিলে, 'ছাৰ।'

'কি হ'লহে? কি হ'ল?'

'ছাৰ, মৰিব এতিয়া।' হৰ্ষই ক্ৰন্দনৰ সুৰত ক'লে।

'কোন?

সেইযে বিৰিণা গাঁৱৰ ডেলিভাৰি কেছৰ মানুহজনী। আপুনি যে বচাইছিল ছাৰ।' —আদিপে ক'লে। 'হয় ছাৰ, মানুহজনীৰ উশাহবোৰ চুটি হৈছে। দেখি এই মৰিব এই মৰিব যেন লাগিছে।'

—বিভূষণে ক'লে।

'কিয় এনে হ'বলৈ পালে ?'

'ক'ব নোৱাৰোঁ ছাৰ। আজি হঠাতে মানুহজনীৰ যন্ত্ৰণা আৰম্ভ হৈছে আৰু বিছনাখনত তেজৰ সোঁত বৈছে। কেচুৱাটোৰ আধা মৰা অৱস্থা হৈছে আৰু গিৰিয়েকে হাও ফাওকৈ কান্দিছে।'—অধৰে ক'লে।

'ব'লক ছাৰ। ব'লক ছাৰ। ব'লক ছাৰ।'— হৰ্ষই ক'লে।

'ওঁহো। মই যাব নোৱাৰোঁ। সিদিনা পইচা পোৱাৰ খেলিমেলি হৈছিল।'

'আজি ছাৰ, পইচা গোটাই থৈছে।'—আদিপে ক'লে।

'হয় নেকি ?'— ডাক্তৰে দ্বিধাৰে প্ৰশ্ন কৰিলে।

'হয় ছাৰ, গাঁৱৰ ৰাইজে লগ লাগি মানুহজনীৰ আৰোগ্যৰ কাৰণে নামকীৰ্তন কৰিছে আৰু চাঁদাও তুলিছে। গাঁৱৰ মাৰোৱাৰী মহাজনেও হাজাৰ টকা দিছে ছাৰ।'— সিহঁতে মিলিত কণ্ঠে দৃঢ়স্বৰে ক'লে।

'গাঁৱৰ ৰাইজে বা মহাজনে তেনেকৈ পইচা দিছে কিয় ?'

'এইটো ছাৰ, আমাৰ গাঁৱৰ নিয়মেই। গাঁওখনৰ সৰু বৰ নিৰ্বিশেষে যিকোনো এজন মানুহৰ বিপদ হ'লে আমাৰ গোটেই গাঁওখনেই উবুৰি খাই পৰে। তদুপৰি, আন্দোলন আৰম্ভ হোৱাৰ পিছৰ পৰা মাৰোৱাৰী মহাজনে মুক্তহাতে দান বৰঙণি দিবলৈ আৰম্ভ কৰিছে।'— অধৰে ক'লে।

ডাক্তৰৰ মনৰ পৰা দ্বিধা অ াতৰিল। মাৰোৱাৰী মহাজনকে ধৰি ইমানবোৰ মানুহে সহায়ৰ হাত আগবঢ়াইছে যেতিয়া পইচা পোৱাত কষ্ট নহ'ব যেন ডাক্তৰে অনুমান কৰিলে। তথাপিও এড ভান্স হিচাপে কিছু টকা লোৱাৰ যুক্তিযুক্ততা বিবেচনা কৰি ডাক্তৰে সিহঁতলৈ চাই ক'লে, 'মোক তৃইশ টকাৰ এড ভান্স লাগিব। তোমালোকে টকাটো দিলে মই যাবলৈ সাজু হ'ব পাৰোঁ।' 'ছাৰ, মানুহজনীৰ

ইমান এটা সংকতপূৰ্ণ অৱস্থা দেখি আমাৰ ধৈৰ্য্যচ্যুতি ঘটিল। আমি অন্য কোনো কথা নভবাকৈয়ে দৌৰাদৌৰিকৈ গুচি আহিলো।' — বিভূষণে উশাহ নসলোৱাকৈ ক'লে।

'কিন্তু? —ডাক্তৰে চিন্তাক্লিষ্ট হৈ উচ্চাৰণ কৰিলে।

'ছাৰ, আপুনি যদি এড্‌ভান্স নোলোৱাকৈ নাযায়, আমাৰ ঘড়ীকেইটাকে সোলোকাই দিছো। এইকেইটাকে লওক ছাৰ।' —হৰ্ষই মোহনীয় সৰলতাৰে ক'লে।

'বাৰু হ'ব হ'ব। গাড়ী?

'ছাৰ, আপোনাৰ গাড়ীতে যাম এতিয়া। আমি আহোঁতে কোনোবা ডিপাৰ্টমেণ্টৰ গাড়ীতহে আহিলো। আদিপে ক'লে।

'ছাৰ মানুহজনী মৰিব এতিয়া। দেৰি নকৰিব।' অধৰে অনুনয়ৰ সুৰত ক'লে।

'ব লক ছাৰ। ব'লক ছাৰ। ব লক ছাৰ। —হৰ্ষই ক'লে।

ডাক্তৰে নিজে গাড়ীখন গেৰেজৰ পৰা উলিয়াই আনি সিহঁতক বহুবাই লৈ ষ্টাৰ্ট দিলে। তেও বাটত সিহঁতক ক'লে, 'দেখিছা নহয়, দেৰি হয় বুলি মই কাপোৰেই নসলালো। পিন্ধি থকা সাজেৰেই আহিলো।'

'হয় ছাৰ। হয় ছাৰ।' —অধৰে শলাগৰ সুৰত ক'লে।

'কেছটো অলপ টান হ'ব যেন পাইছো। গতিকে মই আগৰ অভিজ্ঞতা অনুসৰি কেইটামান দামী দামী দৰব আৰু ইনজেকশ্যন লৈ আহিছো।

'হয় ছাৰ, তেনেকুৱা সাংঘাটিক বেমাৰ ভাল ভাল দৰব আৰু ইনজেকশ্যনেহে ভাল কৰিব পাৰিব।' —বিভূষণে ক'লে।

'আপুনি ছাৰ, এনেকুৱা বেমাৰ আগতে পাইছে নেকি?' —আদিপে প্ৰশ্ন কৰিলে।

'পাইছো। তেনেকুৱা বেমাৰৰ বহুত কেছ পাইছো।'

'হয় ছাৰ, আপোনালোকে লক্ষণ শুনিলেই বেমাৰৰ কথা ভুল

নোহোৱাকৈ অনুমান কৰিব পাৰে।' —হৰ্ষই ক'লে।

'তুমি ঠিকেই ধৰিছা। তোমালোকৰ বৰ্ণনাৰ পৰা অনুমান কৰিয়েই মই অব্যৰ্থ দৰব কিছুমান লৈ আহিছো। এইবোৰ আমেৰিকাৰ পৰা অনা দামী দামী মেডিচিন। গতিকে এইবোৰৰ দামৰ সৈতে মোক উপযুক্ত ফিজ দিবলৈ তেওঁলোকক বুজাই ক'বা দেই।'

'ছাৰ পালোঁহি। গাড়ী ৰখাওক।' —আদিপে ক'লে।

গাড়ীৰ পৰা ডাক্তৰৰ সতে সিহঁত নামিল। ডাক্তৰে চাৰিও ফালে চকুফুৰাই চালে। সিহঁত ডাক্তৰৰ কাষতে থিয় দি ৰ'ল। ডাক্তৰে ক'লে, 'যোৱাবাৰ মই এইটো ৰাস্তাইদি যোৱা নাছিলোঁ যেন লাগে।' উত্তৰৰ আশাত ডাক্তৰে সিহঁতৰ মুখলৈ চালে।

'আপুনি ভুল কোৱা নাই, ছাৰ। যোৱাবাৰ আপুনি সোমোৱা ৰাস্তাটো বেলেগ আছিল। সেইটো ৰাস্তা এতিয়া বোকাময় হৈ পৰিছে।' —অধৰে প্ৰশান্তভাবে ক লে।

'আহক ছাৰ। এইফালেদিয়ে যাও।' —হৰ্ষই লগ ধৰিলে।

ডাক্তৰ সিহঁতৰ পাছে পাছে আগবাঢ়িল। কেইখোজমান আগবাঢ়ি ডাক্তৰে ক লে— মোৰ গাড়ীখন ?

'থাকিব ছাৰ। ইয়াত চোৰ তস্কৰ নাই বুলিলেও হয়।' —বিভূষণে প্ৰতীতিসূচক কণ্ঠে ক লে।

ডাক্তৰ আৰু কেইখোজমান আগবাঢ়ি গৈ জোতাৰ সৈতে বোকাত সোমাল। তেওঁ তিক্ততাৰে ক'লে, 'ছি ছি তেনেই বোকাত সোমাই পৰিলোঁ। কি কৰা যায় এতিয়া ?'

'ছাৰ, গৰমদিনৰ কথা। চাৰিওফালে বোকা। কিনো কৰিব এতিয়া ?' —আদিপে ক'লে।

'নাই মই এনেকৈ যাব নোৱাৰোঁ।'

'ৰ'ব ছাৰ মই কাষৰ মানুহঘৰৰ পৰা লেম্প এটা আনো।

—বিভূষণে সান্ত্বনা দি আগবাঢ়িল। বাকী তিনিটা ডাক্তৰৰ সতে তাতে থিয় দি থাকিল।

বিভূষণ উভতি নহা দেখি হৰ্ষই ক'লে 'ছাৰ সি দেখোন বহুত দেৰি কৰিছে। ব'বচোন ছাৰ, মই তাক বিচাৰি যাওঁ।'

সিও গুচি গ'ল। আদিপ আৰু অধৰৰ সতে ডাক্তৰ তাতে থিয় দি থাকিল।

অধৰে আদিপলৈ চাই ক'লে, 'তই ছাৰৰ লগতে বচোঁ। সিহঁতে কি নো কৰিছে মই খবৰ লৈ আহোঁ।

ডাক্তৰে সন্দিগ্ধ হৈ প্ৰশ্ন কৰিলে 'চাওঁ তুমি কত যোৱা?'

'ছাৰ সিহঁতৰ কিবা অসুবিধা হ'ব পাৰে। হয়তো ওচৰৰ মানুহঘৰ জগাব নোৱাৰি অন্য এঘৰলৈ গৈছে। সিহঁতক পাওঁ বা নাপাওঁ মই ছাৰ তৎক্ষণাত আহিম।'

সি ততাতৈয়াকৈ গুচি গ'ল। ডাক্তৰে আদিপৰ সতে সৰগ নৰকৰ কথা ভাবি ৰ'ল।

তেনেতে অধৰ ঘূৰি আহিল। সি আদিপলৈ চাই ক'লে, 'মই অলপদূৰ গৈয়ে ঘূৰি আহিলোঁ। অনুমান কৰিছোঁ, সিহঁত বেমাৰীৰ ঘৰ পালেগৈ। বেমাৰীৰ অৱস্থা দেখিয়েই হয়তো উভতি আহিব পৰা নাই আৰু তাতে আমালৈ অপেক্ষা কৰি আছে। নিজৰ নিজৰ ঘৰ দুৱাৰ সামৰি গাৱঁৰ মানুহবিলাকো গৈ তাতেই গোট খাইছে। গতিকে ইয়াত আৰু বৈ থাকি লাভ নাই। ব'ল আমি ভাৰাভাৰি যাও। তই ছাৰক বোকোচাতে তুলি ল'।'

ডাক্তৰৰ ওচৰলৈ গৈ পিঠিখন অলপ হাউলাই দি আদিপে ক'লে, 'ছাৰ উঠক।'

ডাক্তৰে অলপ সময় ইতস্তত কৰি ৰ'ল।

আদিপে ক'লে, 'উঠক ছাৰ, দেৰি নকৰিব।'

অধৰেও ক'লে, 'উঠক ছাৰ, দেৰি নকৰিব।'

ডাক্তৰে লাফ মাৰি আদিপৰ বোকোচাত উঠিল। আদিপ

কোনোমতে নপৰাকৈ থাকিল। সি কেকোজেকো কৰি আগবাঢ়িল। অধৰ সিহঁতৰ আগে আগে গ'ল। দুবাৰ পিছল খাই আদিপে কোনোমতে খোপনি ৰখালে। তৃতীয়বাৰত সি আৰু খোপনি ৰখাব নোৱাৰিলে। সি পিছল খাই পিছলৈ পৰিল। ডাক্তৰ পৰিল বোকাত পিঠি দি আৰু সি পৰিল ডাক্তৰৰ পেটুৱা পেটৰ ওপৰত পিঠি দি। ডাক্তৰ বোকাৰে লুতুৰি পুতুৰি হ'ল।

সিহঁত পৰি যোৱা মাত্রেই অধৰ কোবাকুবিকৈ আঁতৰ হ'ল। 'ঐ, এইফালে আহচোন। এইফালে আহচোন। মই পৰি গ'লো। ভাই। ছাবো পৰিল। ইমান বেয়াকৈ পৰিল। বৰ বেয়া লাগে ভাই।' পৰি যোৱা ঠাইৰ পৰা উঠিবলৈ চেষ্টা কৰা যেন দেখুৱাই আদিপে অধৰ যোৱাৰ ফালে চাই চাই চিঞৰি ক'লে।

সি উঠি ডাক্তৰকো উঠাই দিলে। আৰু চিঞৰি অধৰ যোৱাৰ ফালে চাই ক'লে, 'ঐ অধৰ, পইচা ইয়ালৈকে লৈ আহিবি। ছাৰ কেনেকৈ যাব এই বোকা ময় বাটত?

গাত লাগি থকা বোকাবোৰ ছুই ছুই ডাক্তৰে আদিপৰ কথা বাৰি শুনি ক'লে, 'তুমি ঠিকেই কৈছা। মই আৰু এই বোকাখনত সোমাব নোৱাৰোঁ। মোৰ ফিজটো ইয়াতেই দি যোৱা।'

ডাক্তৰ গাড়ীখনৰ ওচৰলৈ উভতি আহিল।

ডাক্তৰৰ পাছে পাছে আদিপেও খোজ লৈছিল। কিন্তু সি ডাক্তৰক আগুৱাই দি হাতত সাৰে ভৰিত সাৰে ডাক্তৰৰ ওচৰৰ পৰা লাহে লাহে আ তৰি আহি বোকা ৰাস্তাইদি লগৰীয়াকিটাৰ কাষলৈ লৰ দিলে।

ডাক্তৰে তাৰ কাণ্ড দেখি লাজ আৰু শংকা আৰু ভয়ত কঁপি বলৈ ধৰিলে। অনতিদূৰৰ পৰা অহা মিশ্রিত হা হিৰ শব্দই তেওঁক জধৰ কৰি পেলালে। হা হিৰ শব্দবোৰ তাঁহি আহিয়ে থাকিল।

ডাক্তৰে আতংকিত হৈ চিঞৰিলে, "কোন? কোন?"

"আমি। আমি।।"—সিহঁতে মিলিত কণ্ঠৰ অট্টহাসেৰে ক'লে।

'ডাক্তৰে আকৌ সুধিলে, "কোন ?"

"আমি। আপোনাৰ লগত অহা ল'ৰাকেইটা।"

'ডাক্তৰে এইবাৰ নিৰ্জীৱতা আ তৰাই নিৰ্ভীকতাৰে ক'লে, "কি অসভ্যালি কৰিছা ? মোৰ ফিজ ক'ত ?"

"আপোনাক ছাৰ, ইয়াতোকৈ আৰু কি ফিজ লাগে ?"

"(স্বগত মা কালী মা কালী৷ মই তহঁতক পুলিচত দি ইয়াৰ উপযুক্ত ব্যৱস্থা লম।"

আটা কেইটাই হাঁহি দিলে। এটাই ক'লে, "আপুনি ছাৰ আমাক পুলিচত দিয়ে, ছেকেণ্ড শ্বো চিনেমা চোৱাৰ পিছত ঘৰলৈ আহিবলৈ আমাক গাড়ীৰ সুবিধা কৰি দিয়ে যি কৰে কৰি থাকিব। এতিয়া যাওঁক।"

'(স্বগত মা কালী, মা কালী) তহঁতে জনা নাই মই কোন ৰাতিখন মোক অকলশৰে মাতি আনি গুণ্ডামি দেখুৱাবলৈ আহিছ। গম পাবি। আকৌ মোৰ ভৰিত পৰিব লাগিব।"

সিহঁতে হহঁা বন্ধ কৰিলে। এটাই অশ্লীল শব্দ প্ৰয়োগ কৰি চিঞৰি ক'লে, "ৰক্তপিপাসু ডকাইত। তই আৰু বেছি কথা নকবি। ইচ্ছা হ'লে আমি তোক আৰু বহুত কৰিব পাৰোঁ। তোৰ গাড়ী অচল কৰি দিব পাৰোঁ। তোৰ ঘড়ী-পইচা কাটি ল'ব পাৰোঁ। কিন্তু আমি সিমানখিনি কৰিব নোখোজোঁ। কাৰণ, আমাৰ মানৱীয়তা আছে। আমি তোৰদৰে অধম পশু হ'ব নোখোজোঁ। কাৰণ, আমাৰ গাত মানুহৰ তেজ আছে। তইতো ডাক্তৰ। তোৰ তেজ খিনি পৰীক্ষা কৰি চাবিচোন কিহৰ তেজ। মনত ৰাখিবি পশুৰ তেজ লৈ ফুৰিলে কেতিয়াবা ক'ৰবাত জোঙা শিলৰ হ্‌চান খাব লাগিব। বুজিলি ?"

ডাক্তৰ ৰমো দাসে বাতিখুন্না আছি ঘৰ পালে। দুপৰীয়ালৈকে তেওঁ শুলে। ধুলিৰে গোত যোৱা কিতাপকেইখন তেওঁ কাঠৰ থাক এটাৰ পৰা নমাই আনি জাৰি জোকাৰি ধুলিবোৰ খেদি গোটেই আবেলিজুৰি বিচনাত শুই শুই সিৰিকি-বিদাৰি চালে। যিকেইজন মানৱসেৱক চিকিৎসকৰ আদৰ্শ প্ৰতিষ্ঠাৰে জীৱন গঢ়াৰ ভাবনাই ডাক্তৰী জীৱনৰ প্ৰাৰম্ভণতে মন তন ৰোমাঞ্চিত কৰি তুলিছিল সেই মহাত্মাসকলে পুনৰ তেওঁৰ হিয়াখন খুন্দিয়াব ধৰিলে। ডা ইৰাছমাছ ডাৰউইন, ডা কৃষ্টিয়ান ফ্ৰেডৰিক মহাত্মা চেমুৱেল হ্যানিমেন, ডা বিধান চন্দ্ৰ ৰয়, ডা ভুবনেশ্বৰ বৰুৱা—আদি সকলো স্বৰূপ উদ্ভাসিত কৰি তেওৰ সন্মুখত আবিৰ্ভূত হ'ল।

সন্ধিয়াৰ আগে আগে আকৌ ঘৈণীয়েকে জগাবাতহে তেও সাৰ পালে।

সন্ধিয়া ঘৈণীয়েকক লগত লৈ তেওঁ চিনেমা চাবলৈ গ'ল।

ৰাতি শুই শুই তেওঁ তেওৰ লগৰ কেইজনমান ডাক্তৰৰ কথা মনত পেলালে। সততা আৰু নিষ্ঠাৰে যি মানুহৰ অন্তৰ জয় কৰিছে আৰু পূজনীয় হৈছে। তেও কিন্তু মানুহৰ তেজহে শোষণ কৰিছে। লাহে লাহে টোপনি আহিলত তেওঁ ঘটি যোৱা বাস্তৱ বোৰকে সপোনৰ ৰূপত দেখিলে। তেও ডকা হকা দি অনা ৰেডিঅ সোণৰ চেইন, হাতঘড়ী টকাৰ বাণ্ডিলবোৰে তেওৰ বুকুখন হেঁচা মাৰি ধৰিলে। শেষনিশা সচা সচি সপোন এটাই তেওঁক অনাগত বাস্তৱৰ অভিনৱ কথা ক'লে

তেওঁ ফাৰ্মাচীৰ কাষৰ চেম্বাৰটোতে বহি আছিল। এজন মানুহ আহি শাৰীৰিক অন্তৰ্দহনত মুখমণ্ডল বিকৃত কৰি তেওক ক'লে, "ছাৰ, ছাৰ, শাক-পাচলিৰ বেহাখন এৰি মই লৰি আহিছোঁ

আপোনাৰ ওচৰলৈ। পেট আৰু বুকুত অনবৰতে লাগি থকা পিত্ত-টোৱে মোক বৰ ক্লেশ দিছে। শাক-পাচলি বিক্ৰী কৰি থাকোঁতেই এই শনিপাত বেমাৰটোৱে ধৰিলে কামোৰ মাৰি। আৰু লগে লগেই ৰিক্সা এখনত উঠি আপোনাৰ ওচৰলৈ আহিলোঁ। চাওকচোন, ছাৰ কি হৈছে। ভাল দৰৱ এটা দিয়ক। কিমান সহিম আৰু।"

"আগতে তুমি কাৰ ওচৰত দেখুৱাইছিলা ?"

"ছাৰ, চৰকাৰী হস্পিটালত।"

"এতিয়া মোৰ ওচৰলৈ কিয় আহিলা ? মোক জানো আগতে জানা ?"— মানুহজনক অভিভূত কৰি ডাক্তৰে প্ৰশ্ন কৰিলে।

"ছাৰ, মোৰ কাষতে বহা বেপাৰীটোৱেই আপোনাৰ কথা ক'লে।'

"তেওঁ মোৰ বিষয়ে কি ক'লে ?"— ডাক্তৰৰ চাৱনিত মিহলি হৈ অহা উৎসুক্যখিনি মানুহজনে বুজি পালে।

"ছাৰ তেওঁ মোক ক'লে, আপুনি বোলে পইচা পাতি তেনেকৈ নলয়। কোনোবাই জোৰ কৰি দিলেহে কিবা এটা লয়। আপোনাৰ চিকিৎসাত বোলে সকলোৱে সুফল পাইছে। ময়ো এই যমৰূপী বেমাৰটোৰ পৰা উদ্ধাৰ আশা কৰিয়েই আপোনাৰ ওচৰলৈ আহিলোঁ।"— মানুহজনে হোজা স্বভাৱেৰে কথাখিনি ক'লে।

ডাক্তৰে আন্তৰিকভাৱে লাগি মানুহজনৰ চিকিৎসা কৰিলে। এমাহৰ ভিতৰতে মানুহজন সম্পূৰ্ণ আৰোগ্য হৈ গ'ল। বিনিময়ত তেওঁৰ পৰা ডাক্তৰে একোকে নললে। আনকি মানুহজনক সকলো দৰৱ তেওঁ ফাৰ্মাচীৰপৰা এনেযে দিলে। মানুহজনে বিস্ময়ান্বিত হৈ ডাক্তৰক এদিন প্ৰশ্ন কৰিলে, "ছাৰ, আপুনি এনেকৈ চলে কেনেকৈ ?"

ডাক্তৰে মিচিকিয়াই হাঁহি ক'লে, "এনেকৈয়ে চলি আছোঁ মই। মানুহক চলি থাকিবলৈ বেছি পইচা নালাগে নহয়।"

মানুহজনৰ চকুত ডাক্তৰৰ প্ৰতি অদ্ভুত শ্ৰদ্ধাৰ চিন জিলিকি

উঠিল। আবেগত ডাক্তৰৰ ভৰি ছুই তেওঁ ক'লে, "ছাৰ, আপোনাৰ দৰে শই শই ডাক্তৰৰ জন্ম হ'লে পৃথিৱীত আৰু কোনো সমস্যা নাথাকিব। অকল চিকিৎসা ক্ষেত্রতে নহয়, সকলো ক্ষেত্রতে এই পৃথিৱী অভাৱমুক্ত হ'ব। এই বহল পৃথিৱীখন হৈ পৰিব ন্যায় আৰু সততাৰ এখন সুন্দৰ সুলভ বজাৰ।"

সপোনভৰা ৰাতিটো শেষ হ'ল।

পুৱা অতি সোনকালে বিচনা এৰি ডাক্তৰে ঘৰৰ সন্মুখৰ ফুলনিখনত বিচৰণ কৰিলে। এজোপা নাৰ্জী ফুল ডাল ভৰি ভৰি ফুলি থকাটো তেওঁ লক্ষ্য কৰিলে। নাৰ্জী জোপালৈ তন্ন তন্নকৈ চাই তেওঁৰ দৃষ্টি গোচৰ হ'ল, এপাহ মৰহি যোৱা নাৰ্জীফুল মাটিত আধা পোত খাই আছে আৰু পোত খাই থকা পাহিবোৰৰপৰা নতুন নতুন পুলি কিছুমান গজি উঠিছে।

ফুলনিৰ পৰা ওলাই গৈ গেটখন খুলি ডাক্তৰে ৰাস্তাত ভৰি দিলে।

ৰচনা ১৯৮৩ চন।

— x —

# ॥ মতামত ॥

দীঘলীয়া খামটোৰ পথালিয়ে থকা মুখখন নিগনিয়ে কুটাৰ দৰে অকণ অকণকৈ ছিঙি খুলি লোৱা হ'লত সম্পাদক অপূৰ্বজ্যোতি দাসে চিঠিখন উলিয়াই আনিলে। তেওঁ দেখিলে সেইখনো এখন মতামতৰ দীঘল চিঠি। এতিয়া কেৱল মতামত, মতামত আৰু মতামত। মতামত প্ৰকাশ কৰি কৰি তেওঁ ভাগৰি পৰিছে। আলোচনীখনত যিয়েই প্ৰকাশ নকৰক কিয় তাৰ ওপৰত মতামত আহিবই।

প্ৰথম দুটা সংখ্যাতে ভাল আছিল। আলোচনীৰ বিষয়বস্তুক লৈ এনে মতামত অহা নাছিল। চিনাকী অচিনাকী অসংখ্য লোকৰ পৰা কেৱল প্ৰশংসাসূচক প্ৰেৰণাসূচক অভিমতহে আহিছিল। কুন্দালী আখৰবোৰে সোণালী কিৰণ লৈ ৰূপালী কিৰণ লৈ আহিল।

এইবিলাক পঢ়ি পঢ়ি সম্পাদকে বৰ গৌৰৱবোধ কৰিছিল। সঁচাকৈয়ে লেখত ল'বলগীয়া কাম কৰিছে বুলি তেওঁ মনে মনে ভাবিছিল।

তেওঁ যেন এখন নতুন পৃথিৱী জয় কৰি তাৰ অধীশ্বৰ হ'ল।

পৃথিৱীৰ ডাঙৰ ডাঙৰ সাহিত্যিকসকলৰ সতে তেৱোঁ যেন এতিয়া একেশাৰীৰ হ'ল।

কোনোবাই উপদেশ দিলে আলোচনীখনৰ বিষয় বস্তুবোৰ বিতৰ্ক মূলক হ'ব লাগে। তেতিয়া পাঠকো বাঢ়ে আৰু আলোচনীখনৰ বিক্ৰীও বাঢ়ে। সেইমতে আলোচনীখনৰ বাবে বিতৰ্কমূলক প্ৰবন্ধ-পাতি আহ্বান কৰা হ'ল।

আলোচনীখনৰ প্ৰতি সংখ্যাতে ভাল ভাল বিতৰ্কমূলক লেখনি প্ৰকাশ পাব ধৰিলে আৰু সেইমতে মতামতো আহিব ধৰিলে।

আলোচনীখনৰ 'সজাগ দৃষ্টিকোণ' নামৰ শিতানটোত যোৱা সংখ্যাত প্ৰকাশ পালে নাৰীসম্পৰ্কীয় প্ৰসংগ এটা। তাৰ কিয়দংশ আছিল তলত দিয়া ধৰণৰ।

ঢাক ঢোল বজাই গণতন্ত্ৰৰ কথা প্ৰচাৰ কৰিলেই এখন দেশ প্ৰকৃতাৰ্থত গণতান্ত্ৰিক হ'ব নোৱাৰে যদিহে দেশখনত যিকোনো সংগত স্বাধীনতাৰ বিলুপ্তি ঘটে। আমাৰ দেশত নাৰী স্বাধীনতা সম্পূৰ্ণ অবদমিত। এটা সম্প্ৰদায় হিচাপে নাৰীসকল বাচি থকা টান হৈ পৰিছে। দিনে দিনে নাৰীৰ বিপক্ষে বিভিন্ন ধৰণৰ অপৰাধ বাঢিব লাগিছে। ধৰ্ষণ, উৎপীড়ন বেশ্যালিৰ বাবে তাগিদা, যৌতুকৰ বাবে হত্যা আদি ঘটনা তেনেই সহজাত হৈ পৰিছে। বিপৰীতে এই অপৰাধবোৰৰ বাবে আইনে অনুমোদন কৰা দণ্ডাদেশৰ খবৰ অত্যন্ত দুৰ্লভ। জন্ম, মৃত্যু, বিবাহ, লালন পালন আদি সকলো ক্ষেত্ৰতে তেওঁলোকো যে মানুহ আৰু দেশৰ নাগৰিক এইকথা তেওঁলোকক পাহৰি থাকিবলৈ দিয়া হয়। স্বতন্ত্ৰতা প্ৰকাশ কৰিবলৈ তেওঁলোকক কোনো ধৰণৰ অধিকাৰেই দিয়া নহয়। শিক্ষা গ্ৰহণৰ সুবিধা আৰু চাকৰি প্ৰাপ্তিৰ পৰাও তেওঁলোক অহৰহ বঞ্চিত হয়। কন্যা সন্তানৰ জন্ম মাত্ৰেই এটা সমস্যাৰ জন্ম বুলি ধৰি লৈ মাকইঁতে কন্যা সন্তানক হত্যা কৰে আৰু যৌতুকৰ লালসা পূৰণ কৰিব নোৱাৰা বোৱাৰীইঁতক শাহুৱেকইঁতে পুৰি মাৰে। তিৰোতা এজনীয়ে এটা কন্যা সন্তান প্ৰসৱ কৰিলে একপক্ষীয়ভাবে দোষটো দিয়া হয় তিৰোতাগৰাকীক আৰু তাৰ বাবে তিৰোতাগৰাকী যথেষ্ট লাঞ্ছনা গঞ্জনাৰ সন্মুখীন হ'ব লগা হয়। সন্তান জন্ম দিব নোৱাৰিলেও দোষ হয় তিৰোতাগৰাকীৰ

আৰু তাৰ বাবে সমাজে তাইক হেযজ্ঞান কৰে। সমাজত অমংগলে দেখা দিলেও সকলোৱে আলোচনা কৰিবলৈ ধৰে কোনজনী তিৰোতাৰ বাবে সমাজত এনে অমংগল হ'বলৈ পালে। সমাজৰ কাম কাজ বোৰো এনেকুৱা নিয়ম কানুন আইন অনুসাৰে পৰিচালিত হয় যাতে সকলো সময়তে আৰু সকলো ৰকমে পুৰুষে নাৰীক শোষণ কৰাৰ সুবিধা মজুত থাকে। এইবিলাকৰ পৰা পৰিত্ৰাণ পোৱাৰ উপায় নাইনে ? কিন্তু এই সকলোধৰণৰ শোষণ আৰু বঞ্চনাৰ পৰা নাৰী জাতিয়ে পৰিত্ৰাণ পাবই লাগিব আৰু তাৰবাবে তেওলোকে এক বিপ্লৱ ৰচনা কৰিবই লাগিব + +

প্ৰবন্ধটো যুগুতোৱা হৈছিল সম্পাদনা সমিতিৰ সমীক্ষাত্মক দৃষ্টি কোণেৰে। কিন্তু তাৰ ওপৰতো আকৌ কোনোবাই যে মতামতৰ ফৰ্মটি দলিযাব পাৰে সম্পাদক অপূৰ্বজ্যোতি দাসে ভাবিবই পৰা নাছিল। কিন্তু এইমাত্ৰ তেও নিজেই চিঠি খুলি পালে তলৰ শাণিত মতামতটো।

যোৱা সংখ্যাত আপোনাৰ আলোচনীত প্ৰকাশিত—"সজাগ দৃষ্টিকোণ'ৰ প্ৰসংগটো উদ্দেশ্য প্ৰণোদিত, হীন আৰু জঘন্য চিন্তা ধাৰাৰ। আপোনালোকে কেনেকৈ ইমান একপক্ষীয়, আঁহফলা আৰু বিভ্ৰান্তিদায়ক মন্তব্যবোৰ কৰিব পাৰিছে আমি ভাবি আচৰিত আৰু মৰ্মাহত হৈছো। আপোনালোকৰ দৰে নাৰী সমৰ্থকে বিশ্বাস কৰে যে নাৰীবিজড়িত সকলো ভুল আৰু বেয়া কামৰ বাবে কেৱলমাত্ৰ পুৰুষেই দায়ী। আপোনালোকৰ মতে, ক'ৰবাত যদি ধৰ্ষণ সংঘটিত হয় তাৰবাবে ধৰ্ষণকাৰী পুৰুষজনেই একমাত্ৰ জগৰীয়া হ'ব, ধৰ্ষণৰ

বলি হোৱা নাৰীগৰাকী নহয় যি গৰাকীয়ে উত্তেজক সাজ পিন্ধি কমবয়সীয়া ডেকা ল ৰাক বিপথগামী কৰে। ক'ৰবাত যদি যৌতুকৰ বাবে কাবোবাৰ মৃত্যু হয়, কিন্তু তাৰবাবে মৃতা নাৰীগৰাকীৰ গিৰিয়েকজনেই দায়ী হৈ পৰে শাহুগৰাকী বা ননদেকজনী নহয়। নিবনুৱা সমস্যাৰ বাবেও জগৰীয়া হয় পুৰুষসকল কিয়নো উচ্চ পৰ্যায়ৰ পদবীত থকা পুৰুষ বিষয়াসকলে নাৰীক সংস্থান লাভৰ অধিকাৰ দিব নোখোজে। কিন্তু সংস্থানৰ অগ্ৰাধিকাৰ যদিয়ে নাৰীক দিয়া হয়, তেতিয়া তেওলোক সন্তুষ্ট হৈ নিশ্চুপ হৈ ৰয়। যদি এজন স্বামী বিশেষ কোনো কাৰণত সংগমৰ বাবে ৰাজী নহয় কিন্তু তেওৰ পত্নীয়ে বিচাৰে তেওঁহে তাইৰ ওপৰত উৎপীড়ন চলায় বুলি প্ৰচাৰ চলিব। কাৰণ, তেওঁ স্বামী সম্বন্ধীয় কৰ্তব্য পালন কৰা নাই। যদি সম্ভৱ হয় অসম্ভাতী তিৰী এমখাই তেওক পুৰুষত্বহীন বুলি ৰৌটোকে ঢৌটো কৰি সজোৰে প্ৰচাৰ চলাব। কিন্তু যদিহে মাইকী জনী অনিচ্ছুক আৰু মতাটোৱে ইচ্ছা কৰি আগবাঢ়ে সেইটো হ'ব ধৰ্ষণ, বিপৰীতে মাইকীজনীৰ উৰ্বৰতাহীনতা নহয়। প্ৰকৃততে এই কথাবোৰ চালি জাৰি চাওঁতে আমাৰ কথাবোৰ যৌক্তিক হ'ব লাগে। পুৰুষ প্ৰজাতিটো নাৰী প্ৰজাতিৰপৰা পৃথক নহয়। কেতিয়াবা ভুল কৰাটো তেওলোকৰ বাবেও স্বাভাৱিক। কিন্তু তাৰ প্ৰতিকাৰৰ উপায় হৈছে বাধা দিয়া, কমোৱা বা আকৌ দ্বিতীয় এটা ভুল নকৰা। ধৰ্ষণ আৰু ফটোগ্ৰাফীৰ বিৰুদ্ধে কঠোৰ আইন প্ৰণয়ণৰ হকে চলোৱা কিছুমান ভাৰতীয়া নাৰী সমৰ্থনকাৰী লেখকৰ উকালতিৰ অৰ্থ হৈছে নিৰীহ পুৰুষ কিছুমানক লৈ 'ব্লেকমেইলিং' নামৰ ব্যৱসায় আৰম্ভ কৰা। এনেকুৱা তলখাপৰ আৰু ঋণাত্মক মনোভাৱে পৰিয়ালবিলাকত ভাঙোনৰ বীজ সিঁচিব যিটো সৰহসংখ্যক তিৰোতাৰে সৰ্বশেষ লক্ষ্য। আমি পৰিবৰ্তন ঘটাব লাগিব ওভোতা চিন্তাধাৰা আৰু ব্যৱহাৰৰ, আইনৰ নহয়। কিন্তু ৰসতে নাম থৈ বিখ্যাত হ'ব খোজা কিছুমান নাৰীসমৰ্থক পুৰুষ আৰু মহিলা সংঘই

কিছুমান অপুদঘাত কাণ্ডজ্ঞানহীন বিবেচনা ডাণ্ডি ধৰে। তেওঁলোকৰ মতে উমৈহতীয়া অধিকাৰৰ পুনৰুদ্ধাৰৰ বাবেও মহিলাসকলে ৰাস্তালৈ ওলাই গৈ কোলাহল কৰিব লাগে।—চিলাৰায যুৱক সংঘ, গুৱাহাটী।

ইয়াৰ পিছতো আৰু কেইবাখনা চিঠি আহিল। কোনোখন চিঠিয়ে নাৰীসকলক সমৰ্থন কৰিলে কোনোখন চিঠিয়ে পুৰুষসকলক সমৰ্থন কৰিলে আৰু কোনোখন চিঠিয়ে দুয়োপক্ষৰ মধ্যস্থতা কৰিলে। চিঠিবোৰ দুটা সংখ্যাত প্ৰকাশ কৰাৰ পিছত বিষযটো শেষ হ'ল। অপুৰজ্যোতি দাসে স্বস্তি ঘূৰাই পালে। কিন্তু এইবাৰ এখন চিঠি আহিল তাতোকৈও গুৰুতৰ অভিযোগ এটা উত্থাপন কৰি।

আপোনাৰ আলোচনীত বৰ্ণাশুদ্ধিৰ পৰিমাণ বৰ বেছি হৈছে। এই দিশত সতৰ্কতা অৱলম্বন নকৰিলে আপোনাৰ আলোচনীৰ আগ্ৰহী পঢ়ুৱৈৰ মনত ওলোটা ক্ৰিয়া হোৱাৰ সম্ভাৱনা আছে।—বিৰাগ বৰা, গুৱাহাটী—।

বৰ্ণাশুদ্ধি আতৰ কৰাত সম্পাদক তৎক্ষণাত তৎপৰ হৈ উঠিল। বিষযটো অবগত কৰি প্ৰেছৰ সকলো কৰ্মীকে তেওঁ সকীয়াই দিলে। পিছৰ সংখ্যাটোত শতকৰা প্ৰায নবৈভাগ বৰ্ণাশুদ্ধি আঁতৰি গ'ল। লগে লগে বৰ্ণাশুদ্ধিৰ ওপৰত লিখা আৰু এখন চিঠি আহিল।

অন্যবিলাক আলোচনীৰ সতে আপোনাৰ আলোচনীৰ এটা বিশেষ পাৰ্থক্য মই খুউব আনন্দৰে লক্ষ্য কৰোঁ। অন্যবিলাক আলোচনীত সহজলভ্য অপৰ্য্যাপ্ত বৰ্ণাশুদ্ধিয়ে লেখনিবিলাকৰ অৰ্থ অবোধগম্য কৰি তোলে। কিন্তু আপোনাৰ আলোচনী সেই বেমাৰৰ পৰা মুক্ত। আপোনাৰ আলোচনীত বৰ্ণাশুদ্ধি নাই বুলিলেও হয়। —দিতি দত্ত, মৰিগাও।

এই মতামত পঢ়ি সম্পাদক ইমানেই সুখী হ'ল যে তেওঁ আলোচনীখনৰ সকলো সংখ্যা বৰ্ণাশুদ্ধিৰপৰা মুক্ত কৰি প্ৰকাশ কৰাৰ প্ৰয়াস কৰিলে।

এইবাৰ এখন চিঠি আহিল এটা বেলেগ বিষয়ক কেন্দ্ৰ কৰি।

আপোনাৰ আলোচনীৰ কেইবাটাও সংখ্যা পঢ়িছো। আলোচনীখন আমাৰ মনোগ্ৰাহী হৈছে। আলোচনীখনত অনতিপলমে 'সৌন্দৰ্য চৰ্চাৰ শিতান' এটা খুলিলে আপুনি আৰু কিছু পঢ়ুৱৈ লাভ কৰিবলৈ সমৰ্থ হ'ব বুলি মই ভাবোঁ। আপোনাৰ আৰু অন্য কিছুমান ব্যক্তিৰ মতামত যিয়েই নহওক লাগে মোৰ মতে গুণতকৈ নাৰীক ৰূপহে লাগে। হাজাৰ গুণ থাকিলেও কলী আপচু এজনীক কোনেও বিয়া নকৰায়। এই কথা নিৰ্মম সত্য। গতিকে ছোৱালীয়ে বিভিন্ন উপায় অৱলম্বন কৰি সৌন্দৰ্য বঢ়োৱাৰ অৱশ্যকতা আছে। ওপৰত উল্লেখ কৰা ধৰণৰ শিতানে এইক্ষেত্ৰত ছোৱালীক সহায় কৰি সযম্বৰ সমস্যাৰ কিঞ্চিত সমাধান দিব পাৰিব। ৰুলি বহমান ডিব্ৰুগড়।

শিতানটোৰ উপযোগিতা দুই কৰিব নোৱাৰিলেও সম্পাদকে শিতানটো দিয়া নিদিয়াৰ চিন্তা কৰাত লাগিল। সম্পাদনা সমিতিৰ সদস্যা শ্ৰুবাবতী শ্ৰুতিকৰে সম্পাদকক শিতানটো আৰম্ভ কৰি দিবলৈ ক'লে আৰু ক'লে যে তাই এইক্ষেত্ৰত সাহায্য দিব পাৰিব। শ্ৰুবাৱতী আৰু অপূৰ্বজ্যোতি দাসে গৈ নামকৰা বোলছবি অভিনেত্ৰী যোবাবাৰৰ 'মিছ ইণ্ডিয়া' অপেৰা আত্ৰেয়ক শিতানটো পৰিচালনাৰ দায়িত্ব ল'বলৈ অনুৰোধ কৰিলে। অপেৰাই তেওঁৰ হাতত থকা বিশখনমান ছবি আৰু ব্যস্ততাৰ কথা ক'লে। তথাপিও এওলোকে নেৰানেপেৰাকৈ ধৰাত তেওঁ মান্তি হ'ল আৰু মাহেকত এটা মোটা পৰিমাণ দাবী কৰিলে।

সম্পাদকে পিছৰ সংখ্যাত শিতানটো খুলি দিলে। ধন্যবাদসূচক কেইবাখনো সৰু সৰু চিঠি আহিল। কিন্তু এখন চিঠিয়ে সম্পাদকক উভয় সংকটত পেলাই দিলে।

আপুনি আলোচনী সম্পাদক নে অৰ্থলোভী ব্যৱসায়ী ? যদিহে আপুনি এজন অৰ্থলোভী ব্যবসায়ী হয় তেন্তে মোৰ ক'বলগীয়া একো নাই। আনহাতে যদি আপুনি এজন আলোচনী সম্পাদকহে আলোচনীৰ নামত এখন 'মিনা বজাৰ' মুকলি কৰিছে কিহৰ বাবে ? কোনোবা কুৰূপাই ৰূপবতী হ'ব বিচাৰিলে বিউটি ক্লিনিকলৈ গলেই হ'ল। তেওঁৰ ওখ চাপৰ গালখন কছমেটিকেৰে মৈয়াই সমান কৰাৰ কথা ক'বলৈ এখন সাহিত্য আলোচনীৰ মূল্যবান পৃষ্ঠা নষ্ট কৰি প্ৰতি সংখ্যাতে কছমেটিকৰ দোকান দি যাব লাগিব নেকি ? তেও যে আপচু এই কথা সদৰি কৰিব লাগে কিয় ? এজন ডাক্তৰৰ ওচৰলৈ গৈ তেও নিজে পৰামৰ্শ ল ব নোৱাৰে নেকি ? আশাকৰোঁ অহা সংখ্যাৰ পৰা আপুনি দোকান খুলি বিজ্ঞাপন দিয়া লক্ষ্য কৰিবলৈ নাপাম। —কুণ্ডন কুণ্ডলি কোকৰাঝাৰ।

সম্পাদকে ভাবি চিন্তি শিতানটো বন্ধ কৰি দিলে। শ্ৰুবাৱতীযেও আৰু তেওক সহায় কৰাৰ কথা নকলে। অপেৰা আত্ৰেয়ই ক'লে তেওঁ সেই শিতানটোৰ বাবে বহুত মূল্যবান সময় নষ্ট কৰিলে।

এইবাৰ সম্পাদকে মতামত শিতানৰ বাবে পালে— লেখনিৰ স্বৰূপ উল্লেখ কৰা এখন চিঠি।

আপোনাৰ আলোচনীৰ সকলো ৰচনাই তিক্তমধুৰ। সৰহ পঢ়ুৱৈ গোটাবলৈ ৰসাল লেখনিৰ একান্ত আৱশ্যক। এয়া আপুনি স্বীকাৰ কৰিবলগীয়া কথা।—ভৱনাথ ভাগৱতী, গোলাঘাট—।

চিঠিখন পঢ়ি অপূৰ্বজ্যোতি দাসে ভাবিলে এইকথা অতদিনে তেওঁৰ মনত খেলোৱা নাছিল কিয়। সম্পাদনা সমিতিৰ সহকাৰী সকলেও কথাটোত হযভৰ দিলে। সম্পাদকে এইবাৰৰ পৰা ৰসাল লেখনি প্ৰকাশ কৰিবলৈ গাত ল'লে। ৰসাল লেখনি প্ৰকাশ হওতে হওঁতে এদিন জপনাখুলি ৰহস্যধৰ্মী লেখনিও সোমাবৰ উপক্ৰম কৰিলে। তেনেতে এখন চিঠিয়ে সংকেত দিলে।

আপোনাৰ আলোচনীৰ গহীন গম্ভীৰ, ৰূপটোৰ আমি গোড়া উপাসক। গহীন গম্ভীৰ, তথ্যগধুৰ সাহিত্য সংস্কৃতিমূলক লেখনিবোৰে আপোনাৰ আলোচনীখন মূল্যবান কৰি তোলে। তেনেস্থলত আকৌ বেবেৰিবা, ৰসাল লেখনি কিছুমান প্ৰকাশ কৰি আলোচনীখনৰ মানদণ্ড হ্ৰাস কৰে কিয়? দাবী কৰো। আলোচনীখনৰ একক বিশিষ্ট ৰূপটোৰ কোনো পৰিবৰ্ত্তন নঘটায় যেন।— গুণ গগৈ, গড়গাঁও।

সম্পাদকে চিঠিখন পঢ়ি বৰ আশ্চৰ্যবোধ কৰিলে। ৰসাল লেখনিটো তেওঁ ইচ্ছা কৰি ভৰোৱা নাছিল। পাঠকৰ অনুৰোধ ক্ৰমেহে তেওঁ ৰসাল লেখনি প্ৰকাশ কৰা আৰম্ভ কৰিছিল। এতিয়া পাঠকেই আকৌ নেলাগে বুলি ক'লে। এতিয়া কোনটো ধৰা যায় আৰু কোনটো এৰা যায়? সম্পাদক বিবুধি হ'ল। সম্পাদনা সমিতিৰ লগত আলোচনা কৰি তেওঁ স্থিৰ কৰিলে আলোচনীখনত কোনধৰণৰ সস্তীয়া ৰসাল লেখনি প্ৰকাশ কৰা নহ'ব।

আলোচনীখনৰ পঞ্চম সংখ্যাত যোগমায়া কোঁৱৰৰ 'গৰ্ভপাত' নামৰ এক জ্ঞানসমৃদ্ধ লেখনি প্ৰকাশ পাইছিল। লেখনিটোৰ যোগেদি সামাজিক উপকাৰ সাধন হ'ব বুলিয়েই তাক প্ৰেৰণ-প্ৰাপ্তিৰ লগে লগে প্ৰকাশ কৰা হৈছিল। সম্পাদকে খবৰ সংগ্ৰহ

কৰিছিল যে উক্ত প্ৰবন্ধটোৰ বাবেই সেই সংখ্যাৰ আলোচনী তৎকালে বিক্ৰী হৈছিল। তেতিয়াই সম্পাদকে ভাবিছিল যে প্ৰবন্ধটোক কেন্দ্ৰ কৰি চিঠি আহিব পাৰে।

চিঠি আহিল। প্ৰচাৰৰ পৰেৰৰ ভিতৰতে প্ৰবন্ধটোক আলোচি কেইবাখনো চিঠি আহিল। এখন চিঠি আহিল গৰ্ভপাতক সমৰ্থন কৰি।

আপোনাৰ আলোচনীত যোৱা সংখ্যাত প্ৰকাশিত যোগমায়া কোঁৱৰৰ সময়োপযোগী লেখনি 'গৰ্ভপাত' পঢ়িলোঁ। আপোনাৰ মতামত যিয়েই নহওক মই কিন্তু শ্ৰীমতী কোঁৱৰৰ লেখনিৰ সৈতে একমত হ'ব নোৱাৰিলোঁ। গৰ্ভপাত কেতিয়াও পাপৰ কাম হ'ব নোৱাৰে। পাপ' ধাৰণাটোৱেই হ'ল আপেক্ষিক। তেওঁৰ ধাৰণাত যিটো কৰা পাপ হ'ব পাৰে, মোৰ ধাৰণাত সেইটো পাপ নহবও পাৰে। গতিকে গৰ্ভধাৰণ আৰু গৰ্ভপাতৰ সতে 'পাপ' শব্দটো জড়িত নকৰাই ভাল।

যিকোনো স্বাস্থ্যৱতী যুবা নাৰীয়েই গৰ্ভধাৰণ কৰিব পাৰে। কাৰণ, ই কোনো ঐশ্বৰিক ঘটনা নহয়। ই হ'ল দেহতত্ত্বীয় আৰু জীৱতত্ত্বীয় পৰিঘটনা। সেই গৰ্ভধাৰণে যদি এজনী নাৰীক সুখ শান্তি মৰ্যদা, সমাজ, বৰ্তমান, ভৱিষ্যত আদি আহুকালত পেলায় তেন্তে গৰ্ভপাতো কৰাব পাৰে। ছাৰ্জাৰিৰ উন্নতিৰ ফলত আজি-কালি গৰ্ভপাত মুঠেই বিপদজনক নহয়। গৰ্ভনিৰোধ যেতিয়া ফল দায়ক নহয় তেতিয়া গৰ্ভপাত অৱশ্যেই কৰিব লাগিব। গৰ্ভপাতে সমাজক নিৰাপত্তা দিয়ে। আমাৰ প্ৰায়ভাগ গাওঁ আৰু অনুন্নত অঞ্চলত তিৰোতাবিলাকক সন্তান উৎপাদনকাৰী যন্ত্ৰ হিচাবে ব্যৱহাৰ কৰা হয়। এটাৰ পিছত এটাকৈ সন্তান জন্ম দি থকাই হ'ল

তিৰোতা গৰাকীৰ কাম। এনেকৈ যথেষ্ট সংখ্যক সন্তান উৎপাদন কৰোঁতে আৰু সিহঁতক তুলি তালি ডাঙৰ-দীঘল কৰোঁতে তিৰোতা গৰাকীৰ স্বাস্থ্য ভাগি যায়। সন্তানহঁতক মেলি দিয়া হয় দশনিত পোনা মেলা দি। অভাব অনাটন বেমাৰ আজাৰত পৰি কেতিয়াবা সিহঁতৰ সমুদায় বা অৰ্ধসংখ্যকৰ মৃত্যু হয় অথবা তিলতিলকৈ যাতনা ভুগি সিহঁত জীয়াই থাকে। এনেকৈ হাজাৰ আঘাতৰ দ্বাৰা ঘটোৱা হত্যালীলাতকৈ গৰ্ভপাতৰ এটা মাত্ৰ আঘাততে ঘটোৱা হত্যা বা বিনাশ নিশ্চিতভাবে উৎকৃষ্টতৰ। তদুপৰি গৰ্ভপাত হ'ল জন্ম নিয়ন্ত্ৰণৰ বৈজ্ঞানিক অবদান। গৰ্ভপাতে অনাৱশ্যক জন্মক জন্ম ৰহিত কৰে। আজিকালি পৃথিৱীৰ প্ৰায় সকলো দেশতে গৰ্ভপাত আইনে অনুমোদন কৰে। আমাৰ দেশত বিবাহ বিচ্ছেদক আইনে স্বীকৃতি দিছে। তেনেস্থলত গৰ্ভপাতক নিদিব কিয়? —নীনা নাথ, নগাঁও।

চিঠিখন পঢ়ি সম্পাদকৰ মূৰ গৰম হৈ গ'ল। গৰ্ভপাতৰ নিচিনা জঘন্যতম ঘটনাকো যে কোনোবাই সমৰ্থন কৰিব পাৰে তেও ভাবি আচৰিত হ'ল। তেও ভাবিলে গৰ্ভপাত যদি এনেকৈ সমৰ্থনযোগ্য হয়, তেন্তে আমাৰ সমাজত ধৰ্ষণ, অবৈধ সংগম আদি কথাবোৰো দেখোন তেনেই সহজ হৈ পৰিব। বেযাকাম কৰি বলৈ ডেকাবিলাকে পুৰুষবিলাকে ছোৱালীবিলাকে তিৰোতাবিলাকে পৰোৱায় নকৰিব। তেওঁ এইখন চিঠি মতামত শিতানত প্ৰকাশ নকৰিব নেকি?

ইযাৰ পিছত আহিল গৰ্ভপাত বিৰোধী এখন চিঠি।

আপোনাৰ আলোচনীত ইতিপূৰ্বে প্ৰকাশিত যুগমায়া কৌৱৰৰ "গৰ্ভপাত" নামৰ লেখনিটো পঢ়িলো। লেখিকা গৰা-

কীৰ জ্ঞান, বিষয় বিশ্লেষণ আৰু যুক্তি প্ৰদৰ্শন দেখি মই বিমোহিত হ'লো। লেখিকা গৰাকীক মোৰ ওলগ জনালো। তেওঁ ঠিকেই লেখিছে যে এটা সন্তান কেৱল নাৰী পুৰুষৰ দৈহিক মিলনৰ ফল শ্ৰুতিয়েই নহয় ই তেওঁলোকৰ পবিত্ৰ প্ৰেমৰ কীৰ্তিস্তম্ভও। ঈশ্বৰ আৰু ধৰ্মৰ নামত শপত খাইহে * ( বিবাহ নামৰ অনুষ্ঠানৰ যোগেদি ) তেওঁলোকে মিলন অধিকাৰ লাভ কৰে। গৰ্ভপাতে এই মিলনৰ প্ৰতি ঘৃণা বা অশ্ৰদ্ধা প্ৰকাশ নকৰেনে ? মই ভাবো এগৰাকী নাৰীয়ে যদি তেওঁৰ পুৰুষজনক প্ৰকৃতাৰ্থত ভাল পায় আৰু শ্ৰদ্ধা কৰে স্বামীৰ বীৰ্য্যৰে সৃষ্ট তেওঁৰ গৰ্ভস্থিত সন্তানক তেওঁ কেতিয়াও ধ্বংস বা বিনাশ হব নিদিয়ে। এবেদৰে এজন পুৰুষেও যদি তেওঁৰ নাৰীগৰাকীক সৰ্বান্তকৰণে ভাল পায় তেন্তে তেওঁ তেওঁ লোকৰ মিলনৰ ফল ধাৰণ কৰি ৰখা পত্নীগৰাকীক কেতিয়াও গৰ্ভপাতৰ কাৰণে প্ৰালোভিত কৰিব নোৱাৰে। গৰ্ভপাত হ'ল একপ্ৰকাৰ জীৱহত্যা। নিজৰ শৰীৰটোৰ দৰেই অন্য এটা অকণ মানি জীৱন্ত শৰীৰ নিষ্ঠুৰভাবে হত্যা কৰা। যি গৰাকী নাৰীয়ে এটা সন্তানক আটো পুতৌকৈ ডাঙৰ কৰে— সন্তানটোৰ সামান্য তম দুখকষ্ট বা ক্ষতিখিনি দেখিলে তেওঁৰ প্ৰাণে কান্দি উঠে একে গৰাকী নাৰীয়েই তেওঁৰ অন্য এটা সন্তানক কেনেকৈ আসুৰিক ভাবে নিধন কৰিব পাৰে ভাবি আচৰিত লাগে। গৰ্ভপাত হ'ল অপ্ৰকৃতি সুলভ কাম। ই হল প্ৰকৃতিৰ বিৰুদ্ধাচৰণ বা প্ৰকৃতিক শোষণ কৰাৰ নীচ উপায়। চৰকাৰৰমতে শিশুহত্যাটো হ'ল অপৰাধ আৰু আনহাতে ভ্ৰূণহত্যা হ'ল জন্ম নিয়ন্ত্ৰণ। দুয়োবিধ হত্যাৰ মাজত পাৰ্থক্য কোনখিনিত ? —প্ৰীতি পাটগিৰি, পলাশবাৰী।

চিঠিখন পঢ়ি সম্পাদক বৰ সন্তুষ্ট হ'ল। আগৰ চিঠিখনে অশান্ত কৰি তোলা তেওঁৰ মন চিত্ত এইখন চিঠিয়ে শান্ত কৰিলে। তেওঁৰ

ধাৰণা হ'ল, এইখন চিঠিৰ লগতে আগৰ চিঠিখনো প্ৰকাশ কৰি দিলে উল্লেখযোগ্য প্ৰতিক্ৰিয়া নিশ্চয় ন'হব।

একেটা বিষয়ৰ ওপৰতে আৰু এখন চিঠি আহিল।

মই ব্যক্তিগতভাবে গৰ্ভপাতক সমৰ্থন নকৰোঁ বা অৱস্থা বিশেষে উপেক্ষাও নকৰোঁ। কিন্তু এই 'অনাৱশ্যক' শব্দটো সকলো সময়তে গৰ্ভপাতৰ লগত সংযুক্ত কৰা হয় কিয়? তাৰমানে সকলো জন্মৰহিত শিশুৱেই অনাৱশ্যক নেকি? ক'বতো নোৱাৰি, অনাৱশ্যক বুলি ভবা শিশুবিলাকৰ মাজতো ধৰণীধৰ লুকাই থাকিব পাৰে।

সনৎকুমাৰ সৌকাধৰা, লক্ষীমপুৰ।

এই সব চিঠিখন সম্পাদকৰ একো অৰ্থযুক্ত যেন অনুমান নহ'ল। নাম জাহিৰ কৰিবলৈও কোনোবাই কেতিয়াবা সম্পাদকৰ চিঠি দিয়ে। তাত মত, অভিমত কিম্বা উদ্দেশ্যৰ একো তৎ পোৱা নেযায়। এই চিঠিখনো সেই পৰ্যায়ৰ। যি কি নহওক বিষয়টোৰ অন্ত পৰাত সম্পাদকে বেছ স্বস্তি পোৱাদি পালে।

ডাকত অহা চিঠিপত্ৰৰ জাপটোৰ পৰা চিঠি পত্ৰবোৰ পৰীক্ষা কৰি কৰি তেওঁ দেখিবলৈ পালে কেইটামান কবিতা আৰু কেইটামান মতামত। কবিতাবোৰৰ ভিতৰত এটা অনুদিত কবিতা। কবিতাটো হাইনৰিখ হাইনৰ।

চকু সিহঁতৰ শুকান ৰুক্ষ অন্ধ অশ্ৰুপাত,
তাতৰ কাষত বহি দাঁত কৰচিছে দাঁত।
আমি তোমাৰ কফন বৈছো হে জাৰ্মাণি

দিয়া অভিশাপ তোমাৰ বাবেই বৈছো দীঘ বাণি
আমি বৈছো তাঁত বৈছোঁ তাঁত।

ইমান ধুনীয়া কবিতা এটা পাই তেওঁ আনন্দিত হ'ল। তথা পিও তেও কবিতাটোৰ এটা পংক্তি পঢ়ি সামৰি থলে। ৰাতি ঘৰত গৈ কবিতাটো মূলৰ সৈতে মিলাই ভালদৰে চাব লাগিব। ভালদৰে চাবলৈ গল্প কবিতাবোৰ তেও সদায় ঘৰলৈকে লৈ যায়।

এইবাৰ তেও মতামতবোৰ পৰীক্ষা কৰিলে। এটা মতামত তেওঁ সচকিত হৈ পঢ়িলে।

আপোনাৰ আলোচনীৰ চিনেমা শিতান'ত বোম্বাইৰ ৰাজকুমাৰ ৰাজকুমাৰীসকলৰ কথা ইমান দৰে কিয় প্ৰকাশ কৰে? অসমীয়া ছবিৰ সংগ্ৰামী নায়ক নায়িকাসকলৰ কথা বোম্বাইৰ আলোচনীত কেতিয়াবা প্ৰকাশ পায়নে? এই শিতানত মৌলিক সাংস্কৃতিক প্ৰবন্ধ পঢ়িবলৈ পাম বুলি আশা ৰাখিলো।— শিৰীষ শইকীয়া শিৱসাগৰ।

পত্ৰপাঠে সম্পাদক আমোদিত হ'ল। কথাটো তেওঁৰ মনপুত হ'ল আৰু সেইবিষয়ে কাৰ্যকৰী সিদ্ধান্ত তেও বিবেচনা কৰিলে।

প্ৰতিদিনে জাপ জাপ চিঠি আহে আৰু প্ৰতিখন চিঠিৰ বুকুৰে পিঠিয়ে মতামত আহে। নতুন শিতানৰ দাবীত অহা মতামতবোৰে তেওক চিন্তাত পেলায়। ব্যতিব্যস্ত কৰায় আৰু বিপদত পেলায়।

আকৌ মতামত আহিল নতুন শিতানৰ অন্তৰ্ভূক্তিক লৈ।

আপোনাৰ সম্পাদনাত প্ৰকাশ পোৱা আলোচনী 'ভূবধ' বৰ

মনোমোহা হৈছে। আলোচনীখন সকলো দিশতে সম্পূৰ্ণ হোৱাৰ পাছতো আলোচনীখনত আমি এটা শিতানৰ অভাৱ অনুভৱ কৰিছোঁ। শিতানটো হ'ল, "যৌন সমস্যাৰ শিতান"। আজি আমাৰ সমাজ খনক যৌন সমস্যাই থকা সৰকা কৰিছে। এনেস্থলতো আমাৰ উঠি অহা ল'ৰা ছোৱালীয়ে যৌন সমস্যাৰ কোনো গাইড নাপায়। তেও লোকৰ এই অনভিজ্ঞ যৌনজীৱনৰ বাবে বহু যৌন অপৰাধ সঘনে সংঘটিত হৈ থাকে। আমাৰ সমাজত ল'ৰা ছোবালীয়ে পিতৃ মাতৃৰ পৰাও এই বিষয়ত শিক্ষণ আৰু সহায় সহানুভূতি আশা কৰিব নোৱাৰে। গতিকে ভুক্তভোগী ল'ৰা ছোবালীসকলক এনে এটা শিতানে দিহা পৰামৰ্শ দি সহায় কৰিব পাৰিব। বাঞ্ছাকৰো, ভালদৰে বিবেচনা কৰি আপুনি নিশ্চয় ইয়াৰ পযোজনীয়তা বিচাৰ কৰি চাব। আলো চনীখনৰ দীৰ্ঘায়ু কামনাৰে,—দেবিকা দেৱী, দী।। দত্ত হাচিনা আহমেদ, যোৰহাট।

সম্পাদকে চিঠিখনৰ সাৰমৰ্ম অৰ্থহীন বুলি ভাবিব নোৱাৰিলে। তেওঁ সহকাৰীসকলৰ লগত কথাটো সম্মিলিতভাবে আলোচনা কৰিলে। কেইটামান সংখ্যাৰ পিছৰ পৰা শিতানটো আৰম্ভ হ'ব বুলি বিজ্ঞাপন দিয়া হ'ল।

কোনো এটা সংখ্যাৰ পৰা শিতানটো আৰম্ভ হ'ল।

শিতানটো আৰম্ভ হোৱাৰ লগে লগে তেও কিছুমান চিঠি পালে আনন্দদায়ক—শুভেচ্ছা জ্ঞাপক।

আন কিছুমান চিঠি পালে তেও নিন্দাসূচক – আপত্তিসূচক।—

অৱশেষত যেতিয়া তেওঁ চৰম অভিযোগ উত্থাপন কৰা চিঠিও পালে তেতিয়া তেওঁ সন্ত্ৰস্থ হৈ পৰিল।

আমাৰ প্ৰিয় আলোচনী 'ভূষণ'ৰ ৰূপ দেখি এতিয়া আমি বিস্মিত আৰু চিন্তিত হৈ পৰিছো। । আলোচনীখন আগতে আমাৰ পৰিয়ালৰ বয়সৰ ব্যৱধান পৰি হবি সকলোৰে সুখপাঠ্য আছিল। কিন্তু যৌন সমস্যাৰ শিতানটো যোগ দিয়াৰ পিছত আমি ইজনে সিজনৰ পৰা লুকাই চুৰকৈ পঢ়িবলগাত পৰিছো। । শিতানটোৱে কোনো যৌন সমস্যাৰ সমাধানসূত্ৰে উপায় আগবঢ়োৱাতো নাৱেই, কোনো শ্লীল আলোচনাৰো ক্ষেত্ৰ প্ৰস্তুত কৰা নাই। শিতানটোৱে মাত্ৰ প্ৰহসন হৈ আমাৰ যুৱক-যুৱতীসকলক কুমন্ত্ৰচালিত কৰিছে। শিতানটো আপুনি সোনকালে বন্ধ কৰা উচিত। অন্যথাই আলো চনীখনৰ নাম 'যৌনভূষণ' কৰক। তেতিয়া আমাৰ দৰে পঢ়ুৱৈয়ে নিজে নিজে আঁতৰি গৈ আলোচনীখনক আপোনাৰ ইচ্ছা অনুসাৰে সজাবলৈ আপোনাক প্ৰশস্ত পথ এৰি দিব।— গিৰি গোস্বামী, আৰতি আৰক্ষৰা, শীলা ষ্টাফোৰ্ড, যোৰহাট।

চিঠিখন পঢ়ি সম্পাদকে বৰ মনোকষ্ট অনুভৱ কৰিলে।

পাঠকৰ উক্তগুলি তেওঁৰ অসহ্য হ'ল।

এচাম পাঠকে চাই থাকোঁতেই এচাম পাঠকে সম্পাদকক গছত তুলি দিয়ে। আকৌ অন্য এচামে লগে লগে গুৰি কাটি দিয়ে। সম্পাদক হুৰসকৰে সৰি পৰি কঁকালৰ বিষত হাডভঙাৰ যন্ত্ৰণাত জৰ্জৰিত হয়। তেনেতে অন্য এচামে আহি প্ৰশ্ন কৰিব, "আপুনি গছত উঠিছিল কেলৈ? গছৰ গুৰি কাটিলে কোনে? আপুনি গছ জোপা আগৰদৰে থিয় কৰক।"

সম্পাদকে তেতিয়া কি কৰিব?

সম্পাদকে ঠিক কৰিলে তেওঁ আলোচনী এৰিব।

তেওঁৰ সিদ্ধান্ত শুনি সম্পাদনা সমিতিৰ সকলোৱে ভয় খাই

গ'ল। প্ৰকাশককো লগ কৰি তেওঁ কথাটো ক'লে। প্ৰকাশকে হাঁহি উকৱাই দিলে। প্ৰকাশকে তেওঁক ক'লে, "তুমি কি অদ্ভুত ধৰণৰ কথা কৈছা? মতামতলৈনো সম্পাদকে ভয় কৰেনে? আমাৰ আলোচনীৰ মতামত শিতানটোৱেতো আমাৰ আলোচনীখনৰ একো ক্ষতিসাধন কৰা নাই। বৰঞ্চ এই বিতৰ্কমূলক মতামতবিলাকৰ কাৰণে আমাৰ আলোচনীৰ বিক্ৰী আৰু প্ৰচাৰ বাঢ়িছেহে। মনত ৰাখিবা, এবছৰ নৌহওতেই "ভূষণ'ৰ চাৰকুলেশ্যন দিনক দিনে বাঢ়ি দহ হাজাৰ কপি হৈছেগৈ। এখন অসমীয়া আলোচনীৰ কাৰণে এয়া কম কথা নহয়। মতামত আহিয়েই থাকিব আৰু আটাইবোৰ মতামতৰে প্ৰকাশ বাঞ্ছনীয। তুমি মাথো পৰীক্ষামূলক ভাৱে চাবা কোনটো মতামতৰ বিষয়বস্তু গ্ৰহণীয় আৰু কোনটো উপেক্ষনীয়। তুমিতো জানাই, মতামতৰ বাবে সম্পাদক দায়ী নহয। কলেজত অসমীয়া পঢ়ুৱাইছা। অসমীযা আলোচনী এখন চলাই খাব নোৱাৰিবা কিয? পাৰিবা। লাগি থাকা। ফুলদানিৰ দৰে শব্দ সজাই বুজিব নোৱাৰা কবিতাবোৰ লিখি থাকিলে দেশৰ কি লাভ হ'ব? তোমাৰ দৰে বহুতো তৰুণ লেখকক সৃষ্টিশীল লেখনিৰ বাবে এই আলোচনীখনকে এখন উত্তম ক্ষেত্ৰ কৰি দিব পাৰা দেখোন। দিয়া চোন মোৰ ক্ষুদ্ৰ ব্যৱসাযৰ সিও এটা লাভেই হ'ব।

প্ৰকাশক তথা প্ৰেছৰ মালিক নাৰাযণ শৰ্ম্মাৰ বক্তব্য শুনি সম্পাদকে বৰ লাজ পালে। চেওৰ ভঙা মনটো ভগাহাড়ৰ দৰে জোৰা লাগিল।

তেওঁ আলোচনীখন মনপুতি সম্পাদনা কৰিবলৈ ল'লে। মতামতৰ জাপ জাপ চিঠিবোৰ গুৰুত্ব দি পঢ়ি চালে। আলোচনীখনে এবছৰ অতিক্ৰম কৰিলে। দ্বিতীয় বছৰৰ প্ৰথম সংখ্যাৰ "মতামত

শিতান'ৰ বাবে অহা প্ৰথম মতামতটো তেও একাধিকবাৰ পঢ়িলে।

আলোচনীখন মোৰ কেতিয়াবা ভাল লাগে আৰু কেতিযাবা বেয়া লাগে। প্ৰথম অৱস্থাত আপোনাৰ আলোচনীখন ভাল পাব লগাটো একান্ত স্বাভাৱিক আছিল। কিন্তু তেতিয়াৰ পৰা আলোচনীখন মোৰ অপঠনীয় হৈ আহিল যেতিয়াব পৰা আলোচনীখনত আপুনি বাৰম্বাৰ বিভিন্ন শিতানৰ উপস্থাপন আৰু অপসাৰণ ঘটাই কণ্টেণ্টৰ ওপৰত পৰীক্ষা নিৰীক্ষা চলোৱা আৰম্ভ কৰিলে। মই জানো, আপোনাৰ আলোচনীৰে অহা বিভিন্ন মতামতক স্বাগতম জনাযেই আপুনি তেনে কৰিছে। কিন্তু আপুনিয়েই কওকচোন, সকলো প্ৰশ্নৰে জানো উত্তৰ আছে আৰু সকলো সমস্যাৰে জানো সমাধান আছে। তেনেকৈয়ে মাথো কেইপৃষ্ঠামানৰ আলোচনীখনত সকলো মতামতৰ অৱধাৰণ জানো সম্ভৱ হ'ব পাৰে? বিশ্ববিদ্যালয বিলাকেই দেখোন মানুহক বিশ্ববাসৰ উপযোগীকৈ সকলো প্ৰকাৰৰ জ্ঞান দিব নোৱাৰে। বিশ্ববিত্মালয়ৰ পৰা ডিগ্ৰী লৈ ওলাই অহা সকলো ছাত্ৰ ছাত্ৰীযেই দেখোন নিবনুৱা হৈ থাকি দেশ কালৰ সমস্যা বঢ়াইছে। এইখিনিতে নিশ্চিতভাবেই প্ৰশ্ন হয় তেনেহ'লেনো বিশ্ববিত্মালযৰ অৰ্থ বয ক ত? ভাবি চাওক এই প্ৰশ্ন কেতিয়াও অবান্তৰ হ'ব নোৱাৰে। সন্দেহ নাই, আপোনাৰ আলোচনীলৈ অহা সকলো মতামতেই আদৰণীয আৰু নিৰ্দিষ্ট শিতানত সিইঁতৰ প্ৰকাশ প্ৰযোজনীয। কিন্তু ৰূপদানৰ বিষয়টোহে অৱশ্যে চিন্তনীয়। যি কি নহওক আপোনাৰ আলোচনীখনক এতিযাৰে পৰা এক পৰিমাৰ্জিত ৰূপত পাম বুলি আশা ৰাখিলো।

কামনা কৰো, আলোচনীখনে নতুন দিগন্তৰ সূচনা কৰক।

—ড° সৌমিত্ৰ শৰ্মা। গুৱাহাটী বিশ্ববিত্মালয়।

সম্পাদকে মতামতটো কম্পজিটৰৰ ফালে আগবঢ়াই দিলে।

---

# পৰীক্ষা

কালিলৈৰ পৰা মোৰ পৰীক্ষা। পৰীক্ষাৰ কথা জানিও তাই শুভেচ্ছা দিবলৈ নাহিল। তাইতো একান্তই আহিব লাগিছিল। তাইৰ কোনো ককায়েক ভায়েক বায়েক ভনীয়েক নাইবা বন্ধু বান্ধৱীৰ পৰীক্ষা নহয়—মোৰ পৰীক্ষা। তথাপিও তাই কিয় নাহিল বাৰু? তাই হয়তো এতিয়া অতিথি শুশ্ৰূষাত ব্যস্ত। মাক আলহী অহাৰ আগেয়েই সিহঁতৰ ঘৰৰ পৰা নাতিদূৰত থকা মানুহ এঘৰলৈ এনেয়ে ওলাই গৈছিল। আলহীক চাহ দিবৰ হোৱালৈকে মাক উভতি নহা দেখি উপায় নেপাই তায়ে পাকঘৰত সোমাল।

নহ'লে তাই হয়তো কিবা ইণ্টাৰেষ্টিং কিতাপ এখন পাই পঢ়াত মন ঢালি মোৰ কথা পাহৰিলে। নাই, সেইটো নহয়। সেইটো হ'বই নোৱাৰে।

নহ'লে তাইৰ হয়তো কিবা ঘটনা ঘটিল। ওহো বিশ্বাস নহয়। ঈশ্বৰে সেইটো নকৰক। ঘটনাৰ কথা ভাবি মই ভয় খালোঁ কিয়? যদি একান্ত মাইকী মানুহৰ ঘটনা । এৰা, তেনেকুৱা হ'বওতো পাৰে।

মুঠতে তাইৰ কিবা এটা অসুবিধা হ'বই লাগিব? ব্যতিৰেকে, তাই মোৰ ওচৰলৈ নহাকৈ কেতিয়াও নাথাকে।

সময় বাগৰি যাব লাগিল। তাইৰ শুভেচ্ছা নোহোৱাকৈতো মই কেতিয়াও পৰীক্ষা দিব নোৱাৰো। তাইৰ শুভেচ্ছা নাপালে মই আজি গোটেই ৰাতিটো পঢ়িলেও কালিলৈ পৰীক্ষাৰ বহীত লেখিবলৈ

ছুটা কলীয়া আখৰো বিচাৰি নেপাম। তিনিঘণ্টা সময় পাৰ হৈ যাব। শুভেচ্ছা পালে অন্ততঃ প্ৰেম পত্ৰৰ দৰে কিবা এটা লেখি থৈ আহিব পাৰি।

তাইৰ ওচৰলৈ যামতো। কাপোৰ কানি পিন্ধোতেই এঘণ্টা লাগিল। মোৰ ছুয়েটাৰ কিটা হাজাৰবাৰ তাইৰ ওচৰলৈ পিন্ধি গৈছো। গতিকে আজি দাদাৰ কোটটোকে পিন্ধি যাও। আজি সি অইনদিনাৰ দৰে একো নকৰ। দাদাৰ কোটটো পিন্ধিবলৈ ভাল। চেণ্টৰ গোন্ধে মল-মলাই থাকে।

এই গধূলিখন তই ক'ত যাব? ফাইনেল পৰীক্ষা এটাৰ বাবে ইমানখিনি পটিয়েই আমনি লাগিল নে? বাহিৰত ইমান হিম পৰিছে। টুপিটো পিন্ধি নেযাব কেলৈ? অ' তই তাৰ কোটটো পিন্ধিছ?

কবুলৰ লগত অলপ আলোচনা কৰি আহোঁ। মোৰ ওচৰলৈ অহাৰ কথা আছিল। নাহিল দেখোন।

তাইক বাৰু কি ক লে ভাল হ ব। শুভেচ্ছা দিবলৈ নহাৰ বাবে খং কৰিমনে? মোৰ অধিকাৰ আছে যেতিয়া খংতো কৰিবই লাগিব। তেহেলৈ তাই কান্দকেই বা হাঁহকেই।

টুক টুক টুক।

আহক আহক আহক। দাদা আহক। বহক প্ৰিপাৰেশ্যন কেনে-কুৱা হৈছে কওঁকচোন। আপোনাক শুভেচ্ছা দিবলৈ যাবৰ বাবে মই গোটেই দিনটো চটফটাই আছোঁ। কাইলৈ কলেজ পালোঁগৈহেঁতেন। ককাইদেউক টাউনৰ পৰা ভাল ধূপ এপেকেট আনিবলৈ কৈছোঁ। কাইলৈ ৰাতিপুৱাই সৰস্বতীক পূজা দিম। দ'লতো ঠিকমতে গোঁসানীক অন্তৰৰ কথা কৈ আহিছোঁ। অ'—সেয়া মা আহিছে। আপুনি

কথা পাতক। মই ভিতৰলৈ যাওঁ।

আই ঐ দেছি। ইয়াৰ পিছত জানো খং কৰিব পাৰি? মোৰ কাৰণে কোনেনো কৰে ইমানখিনি?

তোমাৰ বোলে কাইলৈৰ পৰা পৰীক্ষা? ভালকৈ পঢ়িছানে? ককায়েৰাৰ দৰে ৰিজাল্ট কৰিব পাৰিবানে? আগতে তোমালোকৰ ঘৰলৈ ঘনাই গৈছিলোঁ। এতিয়াও যাবৰ মন যায়। সময় আৰু সুবিধাৰ নাটনি। জানাইতো আজি কালি সকলোৰে সময়ৰ নাটনি।

তই দেখোন চাহ আনিলিয়েই। তুমি চাহ খোৱা। মযো বন্ধা বঢ়াত লাগে গৈ।

পূজাৰীয়ে আজি ৰঙা ফোঁটটো ইমান দীঘলকৈ দিছিল যে এমূৰে গৈ শিৰৰ সেওঁতাত লাগিলগৈ। দেখিবলৈ পাই লগৰ কিজনীয়ে বৰ উৎপাত কৰিছিল। আকৌ একেটা কথাকে শৰ্মাদাই ক'লত বৰ ভয় খাই গলোঁ। শৰ্মাদাৰ দোকানতে ঠিকঠাক কৰিলৈহে বন্ধা।

পৰীক্ষা কি দিম ভাবি পোৱা নাই। বহীৰ পাতে পাতে কিতাপৰ পাতে পাতে তোমাৰ ছবি। মগজুৰ কোষে কোষে তোমাৰ স্মৃতি। হাতত তোমাৰ দেহৰ উষ্ণতা। ভৰিত তোমাৰ কপালৰ খুন্দা।

এতিয়া এইবোৰ কবিতা বাদ দিয়ক। আচল কবিতাবোৰ পাহৰি যাব।

এৰা আচল কবিতাবোৰ আমি পাহৰিয়ে যাওঁ। আচল কবিতাবোৰ কোনোদিনেই মনত নাথাকে। স্বৰচিত প্ৰেমৰ পদ্যবোৰহে মনত থাকে। কিন্তু বিপ্লৱৰ কবিতাবিলাক পাহৰি যাওঁ। মূৰৰ

ওপৰত এখন ৰঙ বিৰঙৰ আকাশ দেখিলে ভাল পাওঁ। কিন্তু ভৰিৰ তলত গহ্বৰ দেখিলে বেযা পাওঁ। পাৰ বাম বিচাৰিবলৈকো টান পাওঁ। ঠিক ভৰিৰ তলতে লাগে।

হ'ব হ'ব। আপোনাৰ সকলো কথাই দেখোন আজি কবিতা কবিতা লগা হৈছে।

মোৰ পৰীক্ষাবিলাকো কবিতা কবিতা লগা হয় বুলি ভয় কৰিছানেকি ?

ইচ ৰাম। মইনো বাৰু তাইৰ সতে ইমান সময় কথা পাতিব লাগেনে ? দহ বাজিল এতিয়া। ঘৰ পামগৈ কেতিয়া ? পঢ়িবলৈ আধাখিনি থাকিল। সেইখিনি পঢ়িম কেতিয়া ?

নাই নাই এইটো খোজত গ'লে নহ'ব। ৰাস্তাটোৰ সোঁকাষে থকা জুনিয়ৰ ইঞ্জিনীয়াৰ বদন গগৈৰ ঘৰটোকে পাৰ হ'ব পৰা নাই। বদন গগৈৰ ঘৰৰ পদুলিমুখৰ জপনাখনৰ ওচৰ পাইছোহিহে। তেওঁ লোকৰ জপনাখন দেখোন খোলা আছে। কোনোবা আলহী আহিছে হ'বলা। তেওঁলোকৰ ঘৰত সদায় আলহী থাকে। বদন গগৈ মানুহটো পুৰামাত্ৰাই টেকনিকেল। এই হাফৱাল ঘৰটোৰ পকা কাম গোটেইখিনি লগত কাম কৰা ল'ৰা এটা লৈ তেৱেঁই কৰা। কাঠৰ কামখিনিৰ কাৰণে মিস্ত্ৰী এজন লগাইছিল। বাকী বাহিৰ কাম খিনি ঘৰত থকা কাম কৰা ল'ৰাটোৱেই কৰা। তেওঁৰ পদুলিমুখৰ জপনাখন গ্ৰিল কৰা আইৰণ গেটতকৈও বেছি সৌন্দৰ্য্যবৰ্দ্ধক। তেওঁ নিজে টি, ভি, ল'ব পৰা নাই যদিও গাঁৱৰ থকা টি, ভি, বোৰৰ অকণমান কিবা এটা বিজুতি ঘটালেই মালিকহঁতে আনি তেওঁৰ ওচৰ পোৱাইহি বা তেওঁক মাতি লৈ যায়হি। আত্মপ্ৰচাৰ নকৰা তেওঁ এজন প্ৰসিদ্ধ শিল্পীও। ঘৰত আঁকি থোৱা পেইন্টিং, কেইখনত,

বাঁহৰ বস্তুকিছুমান আৰু সময়ে সময়ে অনুবোধ সাপেক্ষে বনাবলগীয়া হোৱা বিয়াৰ গেটবোৰত তাৰ স্বাক্ষৰ পাব পাবি। সেয়া আলহীক জপনামুখলৈ তেওঁ আগবঢাই থৰ আহিছে।

দৌৰ আৰম্ভ কৰিম বুলি ভাবিছিলো। কিন্তু গগৈযে মুখতে বৈ আছে। দৌৰোঁ কেনেকৈ? ৰাস্তাৰ বাওঁকাষৰ বাৰুণ ফুকনৰ পৰিযালটো শুই পৰিছে। বাৰুণ ফুকনৰ বাৰু শুই শুই আমনি নালাগেনে? দিনততো তাৰ শোবাৰ বাহিৰে একো কাম নাই। ঘৈণীয়েকে কোনোবা এটা অফিচত টাইপিষ্টৰ চাকৰি কৰে। ঘৈণী য়েকৰ উপাৰ্জনখিনিকেই লৈ সি হ ল বহি বজা। তাই ঘৰৰ বাদে অন্য কিবা কামত এপইচা খৰচ কৰিলেও তাক হিচাপ দিব লাগিব। নহ'লে সি মৰিযাই আধামৰা কৰিব। স্বাস্থ্যপাতি তাইৰ-তেনেই বেয়া। তাৰ কিন্তু নিপোটল স্থগঠী শৰীৰ। সেয়ে তাৰ সম্পদ। ল'ৰা পাঁচোটাৰ স্বাস্থ্যপাতিও তাইৰ নিচিনা। তাৰ নিচিনা নহয়।

এবা, এতিযা আন্ধাৰে মুন্ধাৰে দৌৰিব পাৰো। বাস্তাতো কোনো নাই। কেতিযাবা থকাৰ দৰে আজি ভদ্ৰেশ্বৰ ভৰালীৰ ঘৰৰ কুকুৰ টোৱেও ৰাস্তাৰ বাওঁকাষত থিয় থৈ ভুকি থকা নাই। ভদ্ৰেশ্বৰ গাঁওথনৰ আটাইতকৈ চহকী মানুহ। গাঁৱৰ এশঘৰ মানুহে মুঠ যিমানখিনি ধান উৎপন্ন কৰে, ভদ্ৰেশ্বৰ ভৰালীয়ে নিজৰ পথাৰত অকলেই সিমানখিনি ধান উৎপন্ন কৰে। তেওঁৰ ঘৰত চাকৰ খাটি-বলৈ অন্য মানুহবোৰ পিটনৰ কোবত ত্ৰাহি ত্ৰাহি সুঁৱৰি পলায়। পলাওঁতেও যদি কেতিয়াবা ধৰা পৰি যায় তেন্তে তাৰকালে আধ্যাই বুলিব লাগে। পঢাশুনা নাথাকিলেও ভদ্ৰেশ্বৰে ডিঙিত কুলাম পামোচা এখন লৈ প্ৰায়বোৰ সভাসমিতিতে উপস্থিত থাকে আৰু গাঁৱৰ মানুহ-বোৰে প্ৰায়ে তেওঁকে সভাপতি পাতে। নাপাতিলেও বিপদ। এদিন

কোনো এখন সভাত সভাপতি হ'বলৈ নেপাই গাঁৱৰ কেইটামান কেলেহুৱাৰ নাম ধৰি প্ৰায় আধাবাতিলৈকে পঞ্চলি মুখত তৰ্জন-গৰ্জন কৰি আছিল। পুতেক জীয়েক বোৱাৰীয়েকহঁতে তেওঁক আচৰিত-ধৰণে ভয় কৰে। ঘৈণীয়েকেতো নৰসিংহ যেন দেখে।

ৰাস্তাৰ সোঁ কাষৰ ধনীৰাম বৰুৱাৰ ঘৰো পাৰ হ'ম এতিয়া। ধনীৰামে চৰকাৰী বাছ আস্থানৰ চৌহদত তামোল পাণৰ দোকান এখন দিয়ে। ঘৈণীয়েকে প্ৰাথমিক বিদ্যালয়ত শিক্ষয়িত্ৰী কৰে। বিয়াৰ দহ বছৰ পিছলৈকে সিহঁতৰ ল'ৰা ছোৱালী হোৱা নাছিল। ছয়বছৰমান আগতে ল'ৰা এটাৰ জন্ম হৈছিল। যোৱাবছৰ সি স্কুলতো ভৰ্তি হৈছিল। তাৰ নাম আছিল বাবা। মাক বাপেক দুয়োটাই তাক ইঞ্জিনীয়াৰ বনোৱাৰ সপোন দেখিছিল। মই সিহঁতৰ ঘৰলৈ মাজে মাজে গৈ ল'ৰাটোক কেইবাদিনো মৰম কৰিছোঁ। মাক বাপেক দুয়োটাকে মৰ্মাহত কৰি যোৱা বছৰতে ল'ৰাটো ঢুকাল। মাকজনী স্কুল এৰি আধা পাগলী হ'ল। ধনীৰামকো ভাত-পানী বান্ধি খুৱায়। বিচনাত শুই শুই তাই কান্দি থাকে। গিৰিয়েকক কান্দি কান্দি সোধে—আপুনি মোৰ ল'ৰাটো কি কৰিলে? কেতিয়াবা মাজৰাতিও তাইৰ কান্দোন বহু দূৰৰ পৰা শুনা যায়।

দুখৰ অনুভূতিয়ে মোৰ হিয়াখনত খুন্দা এটা মাৰিলে। চকু দুটা সেমেকি যোৱা অনুভৱ কৰিলোঁ।

আকৌ সোঁহাতে পালোঁহি স্বৰূপ গোস্বামীৰ ঘৰ। স্বৰূপ আৰু অৰূপ দুই ভাই-ককাইৰ কথা কাণ্ডবোৰৰ কথা ভাবিলে আশ্চৰ্য্যবোধ হয়। দুয়োটাই ডাঙৰ ডাঙৰ চাকৰি কৰে। দকমহা-

বোৰ সিহঁতৰ বাটি বাটি যিদৰে কেইবা হাজাৰত বৈছেগৈ, সেই অনুপাতে মনবোৰ সিহঁতৰ বঢ়া নাই। যিকোনো বস্তুৰ উৰ্দ্ধমুখী দামবোৰ সিহঁতে মানি ল'ব নোখোজে। এতিয়া পুঠিমাছৰ কেজি বিশটকা হ'লেও স্বৰূপৰ ঘৈণীয়েকে চাকৰটোৰ হাতত চাবি অনা দি দৈনিক বজাৰৰ পৰা পুঠিমাছ আনিবলৈ পঠায়। দুই ভাই ককাইৰ টকাৰ জোৰ যেতিয়া যথেষ্ট হ'ল বিঘাৰ পিছত বিঘা মাটি কিনা সিহঁতে আৰম্ভ কৰিলে। এবাৰ হুচৰিৰ দল এটাই পইচা লৈ তৰ্কবাদ কৰাত স্বৰূপ গোস্বামীয়ে দুনলীয়া বন্দুক দেখুৱাই সিহঁতক খেদি পঠালে। তাৰ পিছত সিহঁতৰ ঘৰলৈ গাঁৱৰ হুচৰিৰ দল নোযোৱা হ'ল। "টকা আছে। গোপাল নাচে॥" গতিকে সিহঁতেও পৰোৱাই নকৰে। মন গ লে দূৰ দূৰণিৰ পৰা হুচৰিৰ দল মাতি আনি বাতিটো গোৱায়।

বা বেছ ভাগৰ লাগিছে। দৌৰিব নোৱাৰিম আৰু। মনপুতি কিতাপ পঢ়াৰ অভ্যাস নাথাকিলেও মনপুতি হিন্দী ইংৰাজী চিনেমা চোৱাৰ অভ্যাস মোৰ আছে। কিন্তু দৌৰাৰ অভ্যাস একেবাৰেই নাই। ভৌ ভৌ-ভৌ। কুকুৰটোৱেও ঠিক সময়তে ভুকিছে। নদৌৰোঁ। আকৌ খোজকে কাঢ়ো।

বাওঁহাতৰ ৰবীন শইকীয়াৰ ঘৰৰ লাইট জ্বলি থকা দেখি খোজ থমকি ৰ'ব খোজে। সিহ তৰ ঘৰত কিহৰ কাৰণে ইমান বাতিলৈকে লাইট জ্বলি থাকিব লাগে? সিহ তৰ সৰু ল ৰা ছোৱালী তিনিটাহে আছে। ৰবীন শইকীয়াই সিহ ত তিনিওটাকে উধাই মুধাই পঢ়ায়। কাৰণ, চুবুৰীয়াক দেখুৱাই সিহ তে ভাল ভাল ৰিজাল্ট কৰিব লাগিব। ৰবীন শইকীয়া আই, এ ফেল আৰু ঘৈণীয়েক মেট্ৰিক ফেল। ৰবীন শইকীয়াই সিহ তক বয়সস্থ মানুহৰ মুখে মুখে উত্তৰ দিবলৈ শিকায়।

দৰকাৰ হ'লে হাত-পাত দাঙিবলৈও উদগনি দিয়ে। আলিমহৰীৰ দৰে এটা সৰু চাকৰি কৰিলেও তেওঁৰ কিন্তু ধন বিত আছে। এখন এম্বেছেডৰ আছে।

ৰাস্তাৰ সোঁকাষৰ চম্পক বৰা মাষ্টৰৰ ইপেটাৰ্ণৰ ঘৰটোৰ সোঁফালৰ তৃতীয় কোঠাটোত আনদিনাৰ দৰে আজিও ডিম লাইট জ্বলি আছে। সেইটো কোঠাতে মাষ্টৰৰ জুৱাৰী সৰু পুতেক ৰূপক থাকে। হাইস্কুল শিক্ষান্ত পৰীক্ষা প্ৰথম বিভাগত পাছ কৰি সি কলেজত পঢ়িছিল। কলেজত তাৰ পঢ়া নহ'ল। কেইবাজনী ছোৱালীৰ লগত গণ্ডগোল হ'ল। সি পঢ়া এৰি দিলে। ডাঙৰ ককায়েকে তাক ঠিকাৰ কামত লগালে। দুদিনতে সি প্ৰথম শ্ৰেণীৰ ঠিকাদাৰ ককায়েকৰ সুনাম মাটিৰ লগত মিহলি কৰাৰ উপক্ৰম কৰিলে। উপাই নেপাই ককায়েকে তাক কামৰ পৰা এৰুৱালে। গাঁৱত থিয়েটাৰ ভাওনা আদি হ'লে তাক চম্ভালিবলৈ কেইটামান ল'ৰা সাজু হৈ থাকিব লাগে। নহ'লে অনুষ্ঠানৰ মাজৰ পৰা কোনজনী ছোৱালীক সি কেতিয়া টানি নিয়ে তাৰ একো ঠিক নাই। একমাত্ৰ ছোৱালী ৰীতাই কলেজত চাকৰি কৰে। ঘৰৰ পৰা অহা যোৱা কৰে। মাষ্টৰে যোল্লঅনা ভাব ভক্তি তাইৰ পৰাই আদায় কৰে।

অ' ভাবনাৰ বেগত কেইবাঘৰো মানুহ পাৰ হৈ আহিলো দেখোন। তথাপিও আধা বাট অতিক্ৰম কৰা নাই। ওখোৰা-মোখোৰা শিলগুটিবোৰৰ ওপৰত খোজ কাঢ়োঁতে সময়ো লাগে। হাতত টৰ্চ এটা নোহোৱাৰ কাৰণে মাজে মাজে উজুটিও খাইছো। পিছলো খাইছো। শিলগুটিবোৰ একেবাৰে তিতি আছে। ভৰিত জোতাযোৰ নোহোৱাহ'লে সেইবোৰ কিমান চেচা অনুভৱ কৰিব পৰা গ'লাহেতেন।

পাচুলিমুখত গোলাপফুলৰ জোবণৰ সৈতে এইটো কবিহঁতৰ ঘৰ। ৰাস্তাৰ সোঁকাষৰ পৰা যোৱা এটা দীঘল পাচুলিৰে সোমাই গ'লেই পোৱা যায় আটোম টোকাৰি পকী ঘৰটো। ঘৰটোৰ সন্মুখৰ চোতালখন ত্রিক ক্ল'বৰ। গৰমৰ দিনত কবি, কবিৰ ককায়েক দীপক আৰু কবিৰ মাক ইমান সময়লৈকে চোতালতে বহি থাকে। তেতিয়া বৰ বন্ধুত্বপূর্ণ কথা চলে সিহঁতৰ মাজত। এগৰাকী মাইকী মানুহ কিমান সাদৰী হ'ব পাৰে কবিৰ মাকৰ সতে পৰিচয় হ'লেই তাৰ উমান ল'ব পাৰি। কবিহঁতৰ ধুনীয়া গাই কিজনীয়ে প্রতিদিনে প্রায় চাৰিসেৰমানকৈ গাখীৰ দিয়ে। আলহীক সোধপোচ কৰোঁতেই গোটেইখিনি গাখীৰ খৰচ হয়। আমি যেতিয়াই সিহঁতৰ ঘৰলৈ গৈছোঁ। কবিৰ মাকৰ মৰমত অভিভূত হৈ পৰিছো।। কবিৰ বাপেক ষ্টেটবেংকৰ ব্রাঞ্চ মেনেজাৰ। কাৰ্বি আংলঙৰ কোনোবা এটা শাখাত থাকে।

অকণমান আহিযেই ৰাস্তাটোৰ বাওকাষে পালো মণ্ডলৰ ঘৰ। বৰপেট মণ্ডলৰ ঘৰ। মণ্ডলৰ প্রকৃত নামটো এতিয়া উপেক্ষিত হৈ এইটো নামেৰেই তেওঁ গাঁৱে নগৰে জনপ্রিয় হ'ল। আমাৰ গাঁৱত বৰপেট মণ্ডলৰ ঘৰটোৰ নিচিনা ঘৰ কোনেও বনাব পৰা নাই। ঘৰটোৰ সন্মুখৰ পৰ্চখন এটা ফুলদানিৰ দৰেহে লাগে। মণ্ডলৰ কাম কন্দল লগোৱা। এইজন মণ্ডল সেইটো কামৰ কাৰণে পূৰা পুৰি উপযুক্ত। মণ্ডলৰ ঘৰত আমি যুৱক যুৱতী কেইজনমানে এবাৰ কিবা এটা সামাজিক অনুষ্ঠানৰ কাৰণে চাঁদা বিচাৰি গৈছিলোঁ।। মণ্ডলে এপইচাও নিদিলে। তেওঁৰ লগত কাজিয়া কৰি আমি গুচি আহিলোঁ।। সেইদিনাখনৰ পৰা তেওক আমি বাটে-পথে দেখিলেও নমস্কাৰ নকৰোঁ।। তেওঁতো আগেই নামাতেই। যিহে ভেম তেওঁৰ। মণ্ডলৰ ঘৰৰ বিয়াবোৰ বেছ জাক জমকীয়া হয়। বিয়াঘৰলৈ সোমাওঁতে

আৰু বিযাষৰৰ পৰা ওলাওঁতে মানুহবোৰে মণ্ডলক নকৈ নোৱাৰে। মণ্ডলে হাঁহে। মন্তব্য নকৰে।

হাড়কপোৱা ঠাণ্ডা অনুভৱ কৰি খোজ কাটি আহি আছোঁ। মোৰ হাতত হাতমোজা নাই। হাতদুখন এবাৰ জেপত ভৰাইছোঁ। তাত উত্তাপ অনুভৱ নকৰি হাতদুখন জেপৰ পৰা উলিয়াই বুকুত সাবটি আঙুলিবিলাক কুৰুকি কুৰুকি কাষলতি তলত সুমুৱাইছোঁ।

সোঁহাতৰ মাণিক ভূঞাৰ ঘৰটো অতিক্রম কৰিছোঁ। মাণিক ভূঞা মানে মাণিক পিয়ন। গভকাপ্তানী উপসংমণ্ডল এটাত চাকৰি কৰে। মাজে মাজে তাৰ খাবলৈ নোহোৱা হয়। মাজে মাজে সি ভালদৰে খায়। কোনোবা আলহী আহিলে তাৰ ঘৈণীয়েকে বাতি বাৰ বজাতো বিচনাৰ পৰা নামি ভাত বান্ধি খুৱায়। ল'ৰা-ছোৱালী তাৰ ছয়টা। মাজে মাজে সি তাৰ ল'ৰা ছোৱালী বেছি হৈছে বুলি অনুভৱ কৰে। মাজে মাজে ভাবে, ভগৱানৰ দান, ভগৱানে খুৱাব। কেতিয়াবা সি ঘৈণীয়েকক পিটে আৰু কেতিয়াবা খুউব মৰম কৰে— চিনেমা দেখুৱাবলৈ লৈ যায়। বিহু বুলিলে সি তাৰ ল'ৰা ছোৱালী আৰু ঘৈণীয়েকক কাপোৰ এটা দিবই। কাৰোবাক সহায় কৰিবলৈ পালে তাৰ আনন্দৰ নধৰা হয়। গাঁৱত ভাওনা হ'লে সি ৰজাৰ পাৰ্ট লয় আৰু ঘৈণীয়েকক দৰ্শকৰ আগৰ শাৰীত বহিবলৈ কয়। দুৰণিবটীয়া ভাওনা চাবলৈ অহা বাইজে তাৰ ঘৰ নধৰা হয়। সেইমাহৰ দৰমহাটো সি ৰজাৰ দৰে তিনি-দিনত খৰচ কৰে। তথাপিও সি ভাওনাত অংশ লয় আৰু বাবেপতি ৰজা হয়। কেতিয়াবা "শ্ৰীৰামচন্দ্ৰৰ বনবাস, সীতাহৰণ, বালি বধ"ত শ্ৰীৰামচন্দ্ৰ, কেতিয়াবা "পাণ্ডৱৰ বনবাস, বকাসুৰ বধ"ত যুধিষ্ঠিৰ, কেতিয়াবা হৰিশ্চন্দ্ৰ, কেতিয়াবা দুষ্মন্ত......।

মই এতিয়া হিমসিক্ত সৰাপাত গছকি, মৰ্মৰণি তুলি তাইহঁতৰ ঘৰৰপৰা ঘৰলৈ বাট বুলিছো। মোৰ লগৰ ৰবীনহঁতে মূৰ গুজি কিতাপ পঢ়িছে আৰু কেইঘণ্টামানৰ ভিতৰতে আৰম্ভ হ'ব লগা পৰীক্ষাত কি আহিব কি নাহিব নিৰ্বাচন কৰি কৰি কণ্ঠস্থ কৰিছে। পৰীক্ষাত বহাৰ প্ৰস্তুতি পূৰ্ণ কৰি লৈ দীপালিমাহঁত হয়তো শুই পৰিছে। মই ফুৰিছো পথে পথে পকা শালি ধানৰ গোন্ধে গোন্ধে।

পথাৰখন পাৰ হৈয়ে সোঁহাতে পালোঁ পানীৰামৰ ঘৰ। পানীৰামে অ, এন, জি, চি,ত খালাচীৰ চাকৰি কৰে। যোগ্যতা বা প্ৰয়োজনতকৈ দৰমহা পায় বেছি। গতিকে টকাৰ বলত বা ভৰত সি জীৱসাম্য হেৰুৱাই পেলায়। বোলে মাহৰ গৰম জুলাই। মদৰ গৰম চুলাই॥ প্ৰত্যেক গধূলি সি এডিগ্ৰিকৈ বাকি লয় চুলাই। সেইখিনি পি সি মদৰ দোকানতে কাৰোসতে কাজিয়া কৰিব। তাৰপিছত বিৰবিৰকৈ বকি বকি ঘৰলৈ আহিব। ঘৰৰ ভিতৰত সকলোকে এবাৰ চাই লৈ ৰাস্তালৈ ওলাই আহিব। ঘৰৰ পচুলি আৰু ৰাস্তাৰ সন্ধিস্থলত বৈ সি এইবাৰ উচ্চৰ পৰা উচ্চতৰ স্বৰত অবাইচ গালি আৰম্ভ কৰিব। এই কাজিয়া কৰা অবাইচ গালিৰ লক্ষ্য হ'ল তাৰ ঘৰৰ সমূহ প্ৰাণী আৰু তাৰ লগত বা তাক অপমান কৰা সহকৰ্মী আৰু সহপাঠী লোকসকল। সি ঘৈণীয়েকক গালি পাৰে কোনোবা এসাজত ভাত খাই তৃপ্তি নপলালে, কোনোবা এসাজ ভাত সময়ত নেপালে বা বিচৰা সময়ত ঘৈণীয়েকক ঘৰত নাপালে। সি ঘৈণীয়েকক গালি পাৰে ডাং কাটী, বাৰেবনৰী, কাঁৱৰী, নাটেশৰী বুলি। ঘৈণীয়েকক সি দুই তিনিদিনৰ মূৰে মূৰে মাৰপিটো কৰে। এসপ্তাহ তাৰ হাতৰ পিটন নাপালে তাই নিজে নিজে আচৰিত হয় আৰু লগৰ লগৰীক কয়, মান্নাত যোবাটোৱে মোৰ গাত এসপ্তাহ ধৰি হাত

তোলা নাই। গু খোৱাটো অলপ কম হৈছে নেকি ?' তাৰ অকৰ্মণ্য জুৱাৰী-মদপী পুতেকে মাকৰ লগত বা ঘৈণীয়েকৰ লগত কাজিয়া কৰি থকা দেখিলে সি অতীষ্ঠ হৈ কয়, "বোলে। কুকুৰৰ জাত, তই মোৰ ঘৰত এনেকৈ কাজিয়া কৰি নাথাকিবি। মদ খাবৰ মন গৈছে যদি মদ খাগৈ। তোৰ মাইকীক দেখি আমনি লাগিছে যদি ঘৰে ঘৰে ফুৰগৈ। জুৱা খেলিবৰ মন গৈছে জুৱা খেল গৈ। হাতত পইচা নেথাকিলে মোক নকৱ কেলেই ? লৈ যা পইচা যিমান লাগে মোৰ শোৱাচাঙৰ ভৰিপথানিতে আছে। তত্ৰাচ তই কাজিয়া কৰি কৰি মোৰ ঘৰৰ লক্ষ্মীক নেখেদাবি। শুনিছ, মেলেচৰ জাত ?

ৰাস্তাটোৰ বাওঁকাষে থকা দুৰ্গালালৰ দোকানখন এতিয়া দুৰ্গালালৰ সতে টোপনি গৈছে। দিনত যে কিমান শব্দমুখৰ হৈ থাকে দোকানখন। দুৰ্গালালৰ দোকানত প্ৰায় সকলো বস্তুৰে ক্ৰয় বিক্ৰয় হয়। দোকানত নথকা বস্তু নাই। গেলামাল, মনো হাৰি মালৰ পৰা আৰম্ভ কৰি লোহা, চিমেণ্ট, কাঠ, মদৰ বটল লৈকে আদি কৰি সকলো বস্তু বিচাৰিলেই দুৰ্গালালে ঘপ্ কৰে বা ভাবিচিন্তি উলিয়াই দিব পাৰে। কিছুমান ইন্‌জেকশ্যন বা এল্যুপেথিক, আয়ুৰ্বেদিক দৰবো তাৰ দোকানখনত পোৱা যায়। দুই এখন জনপ্ৰিয় ৰহস্যধৰ্মী আলোচনীও সি দোকানখনৰ বাহিৰৰ ৱালৰ ভিতৰকালে আঁৰি থয়। গাঁৱৰ পৰা সি কুইণ্টাল কুইণ্টলে ধান সস্তা দৰত সংগ্ৰহ কৰি ট্ৰাকত বোজাই কৰি অধিক দামত টাউনলৈ পঠাই দিয়ে। গাঁৱৰ কেইটামান সাহসী ল'ৰাই এবাৰ তাক তেনে কৰিবলৈ বাধা দিছিল। কিন্তু ফল নফলিল। তাৰ কাৰবাৰ চলিয়ে থাকিল। গাঁৱৰ সৰু সৰু ল'ৰা ছোৱালীয়ে ধান কটাৰ সময়ত পথাৰত লেছেৰি বুটলি গোটোৱা ধান তাৰ দোকানত

বিক্ৰী কৰে। গাঁৱলৈ ভ্ৰাম্যমান থিয়েটাৰ বা চাৰ্কাচৰ দল আহিলে কিছুমান ল’ৰাই পথাৰৰ পৰা বা ঘৰৰ পৰা ধান চুৰি কৰি নি বাতি বাতি তাৰ দোকানত বিক্ৰী কৰে। সিহঁতৰ অসুবিধাৰ সুযোগ লৈ সি সেইবিলাক কম দামতে কিনি লয়। তাৰ মহাজনী বা জমিদাৰী মানসিকতা এটাও আছে। বহুতে দোকানৰ বাকী সাধিবলৈ বা তাৰপৰা ধন ধাৰে লবলৈ সোণৰ হাৰ বা সোণৰ আঙঠি আদি বন্ধকত দিবলৈ আহে। সি মহাজনী কায়দাৰে সেইবোৰ হস্তগত কৰে আৰু এনেকুৱা ব্যৱস্থা কৰে যাতে প্ৰকৃত গৰাকীয়ে সেইবোৰ কস্মিনকালেও মোকোলাই নিব নোৱাৰে। তাৰ দোকানৰ বস্তুবোৰ অন্য দোকানৰ বস্তুতকৈ অলপ বেছি ভেজাল। তাৰ এই কাৰবাৰবোৰ সহ্য কৰিব নোৱাৰি এদিন গাঁৱৰ এটা দুষ্ট ল’ৰাই এবটল পানী আনি তাৰ দোকানৰ কেৰ’ছিন তেলৰ ড্ৰামত বাকী দিলে। দুৰ্গালালে ল’ৰাটোৰ কাণ্ডকাৰখানা দেখি দৌৰি গ’ল। কিন্তু দুৰ্গালালে তাক বিৰত কৰাৰ আগেয়েই পানীখিনি ড্ৰামত বাকী দি ল’ৰাটোৱে কলে, “কালি আপোনাৰ দোকানৰ পৰা নিয়া কেৰ’ছিন তেলখিনি কোনো কামত নাহিল। জুইত ঢলা মাত্ৰে জুই নুমাই গ’ল। লেম চাকিত ভৰালত লেম চাকিবোৰো ভট-ভট কৰি নুমাই গ’ল। আজি দেউতাই সেই তেলখিনি আপোনাৰ দোকানত ঘূৰাই দিবলৈ ক’লে। দেউতাৰ কথামতেই মই সেইখিনি লৈ আহি আপোনাৰ তেলৰ ড্ৰামত বাকী দিলে।। এতিয়া পইচা ঘূৰাই দিয়ক।” দুৰ্গালালে তাক দোকানৰ পৰা খেদি বাহিৰ কৰি ক’লে, “তই আৰু মোৰ দোকানলৈ কেতিয়াও নাহিবি। আহিলে ধৰি বান্ধি নি পুলিচত দিম।” ল’ৰাটোৱে “আপোনাৰ তেলৰ ড্ৰামত পানীহে ঢালিলেঁ।— পানীহে ঢালিলে।” বুলি দৌৰ দিলে।

দুৰ্গালালৰ দোকানৰ সন্মুখতে লক্ষ্মী বুঢ়ীৰ ঘৰ। আগৰ খেৰৰ চালিৰ ঠাইত এতিয়া খেৰ কামী একোকে নোহোৱা, ভগা ছিগা

যেৰকেইখনে কোনোমতে সাক্ষ্যবহন কৰি আছে বুঢ়ীৰ ঘৰটোৰ। বুঢ়ীয়ে কেতিয়াবা মাগি খুজি আনি খায় আৰু কেতিযাবা চোতালত বা পদুলিমুখত বা ঘৰৰ ভিতৰত তেজ বতিয়াই পৰি থাকে। একেখন চোতালৰে একাষত দুবেলা দুমুঠি খাই থাকিব পৰা পুতেকৰ ঘৰ। বুঢ়ীয়ে কেতিযাবা পদুলিমুখত তেজ বতিযাই পৰি থাকিলে তাৰ অসুবিধা হয় বাবে সি এতিয়া অন্যফালে বাট কাটি পদুলি বনাই লৈছে। দুৰ্গালালৰ দোকানত কিবা এটা খুজিবলৈ গ'লে বুঢ়ীক দোকানত থকা ল'ৰা দুটাই চুৰুণী চুৰুণী কৰি খেদি দিয়ে। বুঢ়ীয়ে সিহঁতক গালি পাৰি থুৱাই—"উছন হ'বি উছন হ'বি" বুলি কৈ অ াতৰি আহে।

বুঢ়ীৰ কথা ভাবি ভাবি মই বাওঁফালে আৰু তিনিঘৰ পাৰ হৈ আহিলোঁ। এযা ছোৰাবৰ পদুলিৰ শিলছটাত উঠিলোঁ।

শিলছটাত বহিবলৈ ছোৰাবৰ ঘৰৰ মানুহ, কুকুৰ, ছাগলী মেকুৰী আটায়ে ভাল পায়। ছোৰাবৰ ঘৰৰ পছুবৰণীয়া ছাগলী জনী বহিলেই তাই তাত মূতি থৈ যায়। ছোৰাবৰ ঘৈণীয়েকে ফু মাৰি বহল টিকা দুটা পেলাই তাত বহে আৰু কেচুৱাটোক পিয়াহ দিয়ে। ৰাস্তাত মাৰ্বল খেলি থকা ল'ৰাকিটাই জলফাই, বগৰী খাবৰ হ'লে নিমখখিনি তাতে থৈ চেলেকি চেলেকি খায়। চোৰাবৰ ঘৈণীয়েকজনী হিন্দু। পলুৱাই অনা। সিহঁতৰ আচাৰ-ব্যৱহাৰবোৰ দেখিলে ভাবিবলৈ আউল লাগি যায় সিহঁত এতিয়া কোন ধৰ্মমতে চলে। ঘৈণীয়েকৰ কপালত সেন্দুৰৰ ফোঁটটো বেলিৰ সমানকৈ উজ্বলে।

ছোৰাবৰ ঘৰৰ মুখৰ পৰা আৰম্ভ হৈ এক ফাৰ্লং মান আঁতৰলৈকে পাতলীয়া হাবি। পাতলীয়া হাবি হ'লেও কেইজোপামান বুঢ়া

আমগছ আৰু ঐ গছেৰে ঠাইডোখৰ জয়াল । আগতে ইয়াত কেইবাটাও ঘটনা ঘটি গৈছে । ঠাইডোখৰ পালেহিয়েই ঘটনাকিটালৈ তৎক্ষণাত মনত পৰে । আৰু গাৰ নোম শিয়ৰি ভয় লাগি আহে । দিনে ৰাতিয়ে হাজাৰবাৰ পাৰ হৈয়ো সেই ভয় আঁতৰা নাই । আজিও আকৌ ভয়ভাব আহিছে । ঘটনা দুটাৰ কথাও ঘূৰি ঘূৰি মনলৈ আহিছে । এটা ঘটনামতে, "এদিন ৰাতি তাতে থকা ঐ টেঙা জোপাৰ পৰা কোনোবাই ঐ টেঙা এটা পথচাৰী ডেকা এজনৰ মূৰলৈ মাৰি পঠিয়ালে । ডেকাজনে ভয় খাই দৌৰিব ধৰোঁতেই এজনী নাওঠ পিওঠ গাভৰু ছোৱালীয়ে তাক সাবটি ধৰিলে । ছোৱালীজনী অদৃশ্য হোৱাৰ পাছতো সি তাতে বহুত দেৰি অচেতন হৈ পৰি থাকিল । মাজনিশা সি গৈ ঘৰ পালেগৈ আৰু বিচনাত শুই পৰিল । ৰাতিপুৱা বিচনাত সি এটা মৰাশ হৈ আছিল ।" অন্য এটা ঘটনা মতে, "এদিন ৰাতি বাৰমান বজাত এজন পাণ বেপাৰী সেই বাটেদি আহি আছিল । ৰাস্তাটোত বাগৰি থকা কোমোৰা এটাত খুন্দা খাই বেপাৰীজন চাইকেলৰ পৰা লুটি খাই পৰিল । তৎক্ষণাত কোমোৰাটো এটা ছাগলী হ'ল আৰু বেপাৰীজনৰ পাণবোৰ চোবা বলৈ ধৰিলে । বেপাৰীজনে পাণ চাইকেল এৰি খোজ কাঢ়ি গৈ ঘৰ পালেগৈ ।" ছোৱাবে এইবোৰ কাণ্ড নিজকাণে শুনিছে আৰু তেনেধৰণৰ দুই এটা ঘটনাৰ সি সন্মুখীনো হৈছে । কিন্তু তাৰ গাত মৌলবীৰ তাবিজ থকাৰ কাৰণে তাক একো কৰিব পৰা নাই । খেনোৱে আকৌ সন্দেহ কৰে এইবোৰ ছোৱাবৰে কাণ্ড বুলি । এহাত এমুঠন বুকুৰ ছোৱাবৰ কাণতো কথাবোৰ পৰে । সি বন্ধু বান্ধৱক আহ্বান কৰে ৰাতি এক দুই বজাত প্ৰমাণ কৰি চাবলৈ । কোনো নাহে । কিন্তু আঁতৰে আঁতৰে কোনো কোনোৱে কৈ ফুৰে এই ৰত্নাকৰক আৰু বাল্মিকী হ'বলৈ দিয়া নাযাব । পোনে পোনে কবৰস্থ হ'বলৈহে সুবিধা দিয়া হ'ব । তথাপিও ৰাতি ভূতৰ উপদ্ৰৱ

চলিয়ে থাকে। আগদিনা ভূতে পোৱা মানুহজনৰ গ্ৰহ-নক্ষত্ৰ বেয়া আছিল বুলি পাছদিনা "জাগৃতা আই"ৰ দৰ্শনত ধৰা পৰে।

ঠাণ্ডাৰ কোব চৰিছে। ৰাতিটো ঘন ঘোৰ আন্ধাৰ আচ্ছন্ন আৰু নিস্তব্ধ হৈ পৰিছে। মোৰ বুকুখনত কোটটোৱে উম দিব পৰা নাই। জোতাযোৰেও ভৰিৰ খোজ দ্ৰুত কৰি তুলিব পৰা নাই। তাইৰ মৰমৰ ভাবনাই মনৰ উত্তাপ বঢ়াইছে। এইহেন ঠাণ্ডাত মনৰ উত্তাপেনো কি কৰিব ? ভুল প্ৰশ্ন। মনৰ উত্তাপে মোক বহুত কিছু যোগাইছে।

এই ধুৰন্ধৰ সমাজকৰ্মীজনৰ ঘৰত ৰাতি এই ৰাতিখন কিহৰ আলোচনা বিলোচনা চলিছে। গাঁওখনত সাম্প্ৰদায়িক উত্তেজনা সৃষ্টি কৰি কৰি তাৰ বাৰু আমনি লগা নাই নে ? কুমন্ত্ৰণাত এনেকুৱা তাৰ বিচক্ষণতা যে যুগ যুগ ধৰি মিলাপ্ৰীতিৰে বাস কৰি অহা দুটা পৰিয়ালৰ মাজতো সি কাজিয়া লগাই দিব পাৰে। ভাল ভাল মানুহ কিছুমানো কেতিয়াবা তাৰ বুদ্ধিৰে মতিচ্ছন্ন হয়। গাঁৱত সিযে হিন্দু মুছলমানৰ সম্প্ৰীতিৰ কথা বেছিকৈ কয় আৰু ভাওনা চাবলৈ অহা মুছলমান যুৱকে নামঘৰৰ মজিয়া গছকিলে সিয়ে বুঢ়া সকলক সাম্প্ৰদায়িকভাবে জগাই তুলি অনতিপলমে মেল বহুৱাই বিচাৰ লোৱায়। এনেবোৰ কাৰণে সি কেতিযাবা মান পায় আৰু কেতিয়াবা হান খায়।

ৰৰ ৰৰ মানুহৰ দুৰ্নীতিৰে সমাজখন যেনেকৈ পংকিল হয়, এই বগাধৰৰ দৰে সৰু সৰু মানুহৰ কামেৰেও সমাজ একোখন বঙ্কিল হয়। কবোঁ বুলি বগাধৰে সমাজৰ কাৰণে একো নকৰে—কৰিব

লাগে বুলি নাভাবেও। তথাপি সি কৰা কাম কিছুমান সমাজৰ কাৰণে লাগতিয়াল হৈ পৰে। সি পুৱাৰ পৰা গধূলিলৈকে পথাৰত শ্ৰম কৰি একেডোখৰ মাটিতে বছৰেকত তিনিটা খেতি কৰে। আনৰ মাটিও আধি লৈ খেতি কৰে। কোনোবাই বিচাৰিলে হাল এখনো বাই দি আহে। অবাবত সময় কটাবলৈ টান পায়। দিনটো কিবা নহয় কিবা এটা কামত সি লাগি থাকে। কাৰোবাৰ ঘৰত বিয়া সকাম হ'লে সি কষ্টৰ কামখিনি কৰি দিয়ে। গাঁৱৰ মেল মিটিঙলৈ গ'লে মানুহবোৰ কেৱল তৰ্ক চুপতিতহে ব্যস্ত হৈ থকা দেখিলে সি তৎক্ষণাত গুচি আহে আৰু বস্তাটোৰে কাঁচিখন লৈ যায় ঘাঁহ কাটিবলৈ বা জাকৈখন লৈ ওলাই যায় মাছ-পুঠি দুটা বিচাৰি আনিবলৈ।

আ' এঘাৰ বাজিল। ইমান দেৰি হ ল। এই ছোবা বাট আকৌ দৌৰিব লাগিব।

দেখিছানে, দৌৰিবও নোৱাৰি। এই কুকুৰকিটাৰ উৎপাত আৰম্ভ হ'ল।

নদৌৰোঁ। ভোক আৰু ভাগৰো লাগিছে। অলপ বেগাই খোজ কাঢ়ো।

ঘৰৰ নঙলামুখ পালো হি। মাও পদুলিমুখৰ ফালে আগুৱাই আহিছে। মাৰ হাতত এটা টিপচাকি।

টিপচাকি জ্বলাওঁতেই আমাৰ দিন গৈছে। ক'ব নোৱাৰোঁ ইলেক্ট্ৰিক লাইটৰ পোহৰে কেতিয়া টিপচাকিৰ বিৰুদ্ধে ৰণহুংকাৰ দিব।

মাই কিন্তু সেই দিনটোলৈ বৰ আশাৰে বৈ আছে ।

এৰা, গাঁৱৰ প্ৰায়বোৰ মানুহেই ইতিমধ্যেই দেখোন বিভিন্ন পৰীক্ষা গৰকি একোটাইঁত বিতোপন পকীঘৰ বনাইছে । একোটাইঁত নিমজ আৰু স্থুল পেট বনাইছে ।

মোৰ যে বহুত দেৰি আছে ।
পৰীক্ষাৰ বাবে শুভেচ্ছা বুটলিছে াহে এথোন ।

---

ৰচনা ১৯৮৩ চন ।

# নৌকাত

কিনকিনীয়া বৰষুণে থিয় গডাইদি নাৱলৈ নামি যোৱা বাটটো পিছল কৰি তুলিছিল। গোহাঞিয়ে মোক চাইকেলৰ পৰা নামিবলৈ নিদি চাইকেলৰ সতে দাঙি নাৱত তুলিলে। নাও মেলি দি গৰ্ভিনী নদীৰ বুকুৰেদি বঠাৰ চপ চপ কৈ শব্দ তুলি গোহাঞিয়ে নাও বাই যাবলৈ ধৰিলে।

হঠাতে গোহাঞিয়ে ক'লে, "বুজিছে গোস্বামী, এইখন নদীৰ বুকুত নিচেই কণমানিৰ পৰা এতিয়ালৈকে সাঁতুৰি নাদুৰি, ন্যাওবাই কিমান ধেমালি কৰিছো, ওমলিছো বা খেলিছো তাৰ অন্ত নাই। ক'ৰবাত কেতিয়াবা এদিনৰ বাবে ফুৰিবলৈ গ'লেও ঘনে ঘনে নদী খনলৈ মনত পৰে। ঘূৰি আহি কেতিয়া নদীতট পাওঁ পাও লাগে। মোৰ এই প্ৰিয়ংগুক এৰি বেছি দিন থকাটোতো ভাবিবই নোৱাৰোঁ।"

দৃষ্টিয়ে চুম্বন দিব পৰালৈকে নদীতটৰ দৃশ্যৰাজি চাই থকাৰ পৰা চকুহাল আনি গোহাঞিৰ মুখৰ পিনে তিৰ্য্যক কৰি ৰাখি মই ক'লো, "শৈশৱ আৰু কৈশোৰত যাক নিবিড়ভাবে পোৱা যায় তাৰ লগত এনে সম্বন্ধ গঢ়ি উঠাটোৱেই স্বাভাৱিক। সকলোৰে এনে হয়। মোৰ সম্বন্ধ যেনেকৈ এজোপা বুঢ়া সোণাৰুৰ লগত। বাৰু গোহাঞি, আপোনাৰ এই যৌৱন বা প্ৰাক যৌৱনত ঘটা এনে ৰোমাঞ্চকৰ কাহিনী আছেনে যাৰ সতে এই নদীটি অংগাংগীভাবে জড়িত আৰু যাৰ শ্ৰৱণ-উপভোগ এইসময়ত আনন্দদায়ক হৈ উঠিব। আছে যদি কওক। এই নদীৰ স্ফীতোদৰত বহি বহি শুনো।"

গোহাঞিয়ে এনে এক প্ৰসংগ ৰীতিৰ উত্থাপনেই আশা কৰিছিল।

তেওঁ ক'লে, "আছে আছে। কিয় নাথাকিব। হাজাৰটা কাহিনী আছে। তাৰেই এটাৰে আজি পাতনি মেলোঁ। পিছে-পৰে এনেকৈয়ে কৈ যাম বাকীবোৰ কাহিনীও এটা এটাকৈ। অ' শুনক।"

মোৰ ঘৰত মতা নাম অলি। তাইৰ ঘৰত মতা নাম লু। লুৰ ঘৰ সিপাৰত।

আমাৰ টুলুঙা নাওখন মই কেতিয়াবা সিপাৰলৈ লৈ যাওঁ। পাৰলৈ চপায়েই মই তাইক চিঞৰোঁ, "ঐ লু মই আহিলোঁ। নাও আনিলোঁ। তই আহ।"

তাই যেনেকৈ থাকে, তেনেকৈয়ে আহি যায়। কেৱল ইলাষ্টিক লগোৱা পেণ্ট এটা পিন্ধি থাকিলে সেই পেণ্ট পিন্ধা ভাগেই আৰু কেৱল ফ্ৰক এটা পিন্ধি থাকিলে সেই ফ্ৰক পিন্ধা ভাগেই। নাও খনৰ ঠিক ওচৰ পাওঁ পাওঁ হওঁতেই তাই কয়, "অলি, তই আহিলি। নাওখন আনিলি। তেন্তে ব'ল।'

নদীখনৰ মাজ পালেই মই তাইক কওঁ, "তই গান এটা গা।"

তাই পোনচাটেই ক'ব, "নাগাও।"

মই তাইক আকৌ কওঁ, "গা না গান এটা। বৰ ভাল লাগিব।"

তাই ঈষৎ লজ্জা দেখুৱাই ক'ব, "নাগাওঁ। মোৰ লাজ লাগে। তই শুনিবি।"

মই এইবাৰ তাইক বিপাঙত পেলাই কওঁ, "ঠিক আছে, তই যদি গান নাগাৱ মহঁো বঠা নামাৰোঁ। নাওখন নদীৰ মাজত বৈ

থাকিব। লাহে লাহে ৰাতি হ'ব। শিয়ালে 'হোৱা হোৱা' কৰিব। কেঁচাই 'নিঙঁ নিঙঁ' বুলি চিঞৰিব। জলকুঁৱৰী আহি আমাৰ নাৱত উঠিব। নাওখন ঢল্‌, ঢপ্‌ কৰিব। নাওখন ঢল্‌, ঢপ্‌, কৰিব। তাৰ পিছত ।"

"ৰ' ৰ'। মই গাম। কোনটো গাম ?" তাই শকিত হৈ মোৰ ওচৰলৈ আহি ক'ব।

"গাচোন বাৰু তই ভালপোৱা এটা।"

"ইৰিকটি মিৰিকটি ব াহৰ শলা ইৰিকটি ।'

"সেইটো নেলাগে। অইন এটা।'

"হালধীয়া চৰায়ে বাওধান খায়। হাল ।'

"সেইটোও নেলাগে। বেলেগ এটা।'

"অতিকৈ চেনেহৰ মুগাৰে মহুৰা। অতিকৈ চেনেহৰ ।"

মই যেতিয়া সেইটোও নেলাগে বুলি কওঁ তাইৰ মুখখন খঙত ঘামি যায়। ঠু খলগা হয়। কন্দনামুৱা হয়। তাই মোৰ ওচৰৰ পৰা অ াতৰি গৈ মোৰ ফালে পিঠি দি ক'ব, 'এইটো নেলাগে। সেইটো নেলাগে। তেতিয়াহ'লে কোনটো গাম ? মই আৰু নাজানো। মই আৰু নাগাওঁ'

তেতিয়া বঠা পাত এৰি দি হাত দুটা বুকুত সাবটি মই কওঁ, "তয়ো গান গাব নালাগে। ময়ো বঠা নামাৰোঁ। তই গান এটা নাগালে মই বঠা মাৰিব পাৰোঁনেকি কিবা ? ৰেডিঅ'যো গান গাব পাৰে। কুলি চৰাযেও গান গাব পাৰে। তইহে গান গাব নোৱাৰ।"

তাই আকৌ মোৰ ওচৰ চাপি আহি ক'ব, "নকৰ কিয় কোনটো গান গাব লাগে ? তই যিটোকে কৱ, মই সেইটোকে গাম। ক' আৰু'।"

মই কওঁ, “লুইতৰ পানীটো গা। গছে গছে পাত্তি দিলেটো গা। গা।”

তাই বেছ চিঞৰি দুয়োটা গানৰ মনত থকা শাৰীবোৰ উন্টা-উভতা কৰি গাব। অন্তত মোৰ কাণে চাব।

মই আকৌ কওঁ, “এইবাৰ বিহু নামটো গা। অলপ আগতে গাইছিলি যে। এইটোৱেই শেষ। এইটো গাই আৰু গাব নালাগে।”

তাই সেইটো গাই থাকোঁতেই মই কওঁ, “নাচি নাচি গা। মই নহ'লে ।' মই ইতিমধ্যে পাৰত চাপাই ৰখা নাওখনত তাই নাচি নাচি বিহু নাম গাব। পাৰত কাৰোবাক দেখিলে মই হাত বাউল দি মাতি দিও। তাই মোৰ কাণ্ড দেখি লাজতে দুই হাতেৰে চকুমুখ ঢাকি ধৰিব।

নাৱত উঠাৰ দৰেই তাই মোৰ হাতত ধৰি পাৰলৈ উঠিব।

তাৰপিছত আমি মোৰ ভাইটি ভন্টিহঁতৰ সতে লগ লাগি ওচৰ চুবুৰীয়া লগৰীয়াহঁতৰ সতে জুম বান্ধি লুকালুকি, গুছু, দাৰিয়া আদি খেলোঁ।

ৰাতি হ'লে মোক গালি শোধাই দেউতাই লৈ গৈ তাইক থৈ আহে। নহ'লে সিহঁতৰ ঘৰৰ কোনোবা আহে তাইক লৈ যাবলৈ।

কেতিয়াবা ময়ো বা আমিও গৈ সিহঁতৰ তাত খেলোঁ। আমাৰ প্ৰেম-পীৰিতিৰ চোক ইমান বেছি আছিল যে আমি ইটোৱে সিটোক এদিন নেদেখিলেও মন মাৰি থাকোঁ। খোৱা বোৱা অৰুচিৰে কৰোঁ।

আমি যেতিয়া যুৱ যুৱা হ'লোঁ, তেতিয়াও নাও খেল বন্ধ নহ'ল। বৰঞ্চ আগতকৈ আমাৰ সুবিধাহে হ'ল। আমি দুয়োটাই নাও বাব পৰা হ'লোঁ, কথা ক'ব জনা হ'লোঁ। আমি দুয়োটাই নদীৰ পানীত

আৰু ইটোৱে সিটোৰ অসৰ মাজত সাঁতুৰিব জনা হ'লে । ।

ইচ্ছা কৰি কেতিয়াবা নাওখন ভটিয়নী সোঁতত এৰি দিওঁ । গৈ থাকে, গৈ থাকে নাও । দ্বিপাৰৰ কহুৱাবনি অৰণ্যানি চাওঁ । দ্বিপাৰৰ উদ্বিগ্ন চিঞৰ আৰু সুহুৰি শুনিবলৈ পাওঁ ।

আমি কেতিয়াবা নানাবৰণীয়া মেঘৰ মাজত খেলো । । ৰান্ধনি বেলিক আনি নাৱৰ টিঙত ৰাখো । । বগলীৰ পিঠিত উঠি দূৰ দিগন্তলৈ উৰো । ।

তাই কেতিয়াবা কিবা মানসিক কিম্বা শাৰীৰিক আঘাত পালে মই নেদেখিলে বা নেজানিলেও আচম্বিতে বাজি উঠে মোৰ বুকুৰ টেলিফোন ।

কটামূৰীয়া ৰাহুৰ মূৰ ভাঙিম মোৰ জোন ।

স্কুল-কলেজ-পূজা বিহু চিনেমা আমাৰ ক'তো এৰা এৰি নাই । মই নহ'লে তাই কাৰ লগত স্কুললৈ যাব ? মই নহ'লে তাই কাৰ লগত চিনেমা চাব ? মই নহ'লে তাই কাৰ লগত পূজা চাব ? মই নহ'লে তাই কাৰ লগত বিহু গাব—নাচিব ? কাৰ লগত ?

মই বৃক্ষ তাই লতা । মই শিৱ তাই জটা ।

কিন্তু কি হৃদয় বিদাৰক কথা ।

গোহাঞিয়ে আৰু কথা ক'ব নোৱাৰিলে । বাষ্পাকুল নেত্ৰে নাওখনৰ চাৰিওফালে চালে ।

গোহাঞি বহুসময় নীৰৱে থকাত মই আমনি বোধ কৰি সুধি পেলালোঁ, "কি হ'ল ? তাইৰ কিবা অঘটন ঘটিল নেকি ?"

গোহাঞিয়ে মোকে উভোতাই প্ৰশ্ন কৰিলে, "তাৰমানে আপুনি তাইৰ মৃত্যু হ'ল বুলি ভাবিছে ?"

মই ক'লোঁ, 'অ'তো। নহ'লে আপোনাৰ দুখৰ কাৰণ ?"

গোহাঞিয়ে হৃদয়বিদাৰক প্ৰকাশভংগীৰেই ক'লে, "নাই নাই, তাই মৰা নাই। মই মৰিছোঁ। মোৰ মন মৰিছে। কাৰণ, তাইক মই হেৰুৱাব লাগিব। তাইৰ এজনৰ লগত বিয়া ঠিক হৈছে। দুদিন পিছতে তাই মোক কন্দুৱাই গুচি যাব।"

মই সমব্যথী হৈ সুধিলোঁ, "তেনে আপুনি এতিয়া কি কৰিম বুলি ভাবিছে ?"

"মই কি কৰিম ? মই তাইক খুউব আড়ম্বৰেৰে উলিয়াই দিম। ফূৰ্তিৰ সমানকৈ কান্দিম। কন্দাৰ সমানকৈ ফূৰ্তি কৰিম।"

নাও আহি পাৰ পালে। নাৱৰ পৰা নামিবৰ মন যোৱা নাছিল। তথাপিও নামিলোঁ। গোহাঞিক ক'লোঁ, "গোহাঞি, মাইলৰ পিছত মাইল জুৰি নদীতটেদি গৈ থাকিব পৰাহেঁতেন বৰ ভাল লাগিলহে তেন এতিয়া।'

"আমিতো এতিয়া নদীতটেদিয়েই গৈ থাকিব লাগিব।" —গোহাঞিয়ে প্ৰেৰণাদায়ক হাঁহি এটাৰে ক'লে।

"কিমান দূৰ ?"

"এমাইলতকৈ বেছি।"

গৈ আছিলোঁ। নীৰৱে নীৰৱে। মোৰ আমনি লাগিল। গোহাঞিৰো আমনি লাগিল। নীৰৱতা ভংগ কৰি গোহাঞিয়ে ক'লে, "গোস্বামী, কিবা এটা কওক। আপোনাৰ মনৰ মাজত তোলপাৰ লগাই থকা কাহিনীটো বাহিৰলৈ উলিয়াই আনক। তেহে আমাৰ সৈতে সমান্তৰাল ভাবে নদীৰ সোঁতেদি গৈ থাকিব।"

গড়া-খহনীয়াৰ ফলত নদীৰ বুকুত নিমজ্জিত হোৱা এচপৰা মাটি মই ডুব মাৰি তুলি আনিলোঁ।

আমি সদায় নাৱেৰে নদী পাৰ হৈ স্কুললৈ আহিব লাগে। সৰহভাগ সময়তে মাৰনাও চলে। মাৰ নাও চলাবলৈ বিশেষ ধৰণৰ ব্যৱস্থা আছে। নদীৰ দুয়োপাৰে দুটা খুটা পুতি শকত তাঁৰ টনা হয়। নাওখনো এডাল শকত তাৰেৰে বান্ধি নদীৰ দুয়োপাৰ সংযোগ কৰি টনা তাঁৰডালৰ লগত এটা চকা লগোৱা কপলিঙেৰে সংযোগ কৰা হয়। নাৱৰীয়াই গুৰি বঠা ধৰিলেই নদীৰ সোঁতত নাওখন ঘৰঘৰাই চলে।

আমাৰ আদহীয়া বয়সৰ নাৱৰীয়াজনক আমি সকলোৱে কোৱাই (ককাইটি→কোৱাইটি→কোৱাই) বুলি মাতোঁ। কোৱাযে আমাক পিতৃবৎ চেনেহ কৰে। আমাৰ যাতে স্কুল দেৰি নহয় তাৰবাবে তেওঁৰ যত্ন আমাতকৈও অধিক হয। স্কুলীযা ল'ৰা ছোৱালীবোৰ আৰু অফিচৰ চাকৰিয়ালবোৰ সাধাৰণতে তিনিবাৰত পাৰ হয। ন' বজাৰ সময়ত প্ৰথম বাৰত নিচেই কম সংখ্যক স্কুলীযা ল'ৰা ছোৱালী আৰু অফিচৰ চাকৰিযাল পাৰ হয। ন বাজি পোন্ধৰ মিনিট যাওতে গৰিষ্ঠসংখ্যক পাৰ হয। ন বাজি ত্ৰিশ মিনিট যাওতে তৃতীয়বাৰত অৱশিষ্ট ছাত্ৰ ছাত্ৰী আৰু চাকৰিয়াল পাৰ হয়। কোৱাইৰ মাইল জুৰি ধ্বনিত হোৱা চিঞৰৰ ফলত এইবাৰ আৰু কোনো বাকী নাথাকে।

স্কুলৰ পৰা উভতি আহোঁতে স্কুলীয়া ল'ৰা ছোৱালীবোৰ দুই বাৰতে পাৰ হৈ শেষ হয। প্ৰথমবাৰ তিনি বাজি পঞ্চলিশ মিনিটত আৰু দ্বিতীয়বাৰ ঠিক চাৰি বজাত। কিন্তু চাকৰিয়ালবিলাকৰ উভতনি চাৰে চাৰি বজাৰ পৰা পাঁচ বজাৰ ভিতৰত শেষ হয়।

এই অহা যোৱা সময়বিলাকত কোৱাইৰ সতে আমাৰ বিভিন্ন ধৰণৰ স্ফূৰ্তি তামচা চলে। কোৱাই ভাগৰি যায। কিন্তু আমি

ভাগৰি নাযাওঁ। বেয়া কথা ক'বলৈ আমি হ'লে লাজ কৰোঁ, কোৱায়ে কিন্তু লাজ নকৰে। কোৱাইৰ মুখেদি ওলোৱা অশ্লীল শব্দকেইটাও আমাৰ বাবে ৰসৰ কাৰণ হয়। আনি ল'ৰাবোৰে হৌ-হোৱাই হাঁহো। ছোৱালীবোৰে কিবা এক নাম নোহোৱা লাজত 'ফাট দিয়া বসুমতী পাতালে লুকাওঁ' যেন কৰে।

এদিন আমি উভতনি যাত্ৰাৰ নাৱত আহি বৈ আছোহি। কোৱায়ে নাওখন এৰি দিয়া নাই। ছোৱালী এজনী লাহে লাহে মঠাউৰিয়েদি আহি আছে। তাই দৌৰিব খোজা নাই। কোৱায়েও চিঞৰিছে, আমিও চিঞৰিছো, 'ঐ আহ ঐ আহ। দৌৰি আহ।'

তথাপিও তাই দৌৰি আহিবলৈ চেষ্টা নকৰা দেখি কোৱাইক নাওখন এৰি দিবলৈ কৈছো। কোৱাযে আমাৰ কথা নুশুনি প্ৰতিবাদ কৰি কৈছে, "তহ ত গালেযে তাইক এৰি থৈ যাব খুজিছ তাইৰ কিবা ভোক লগা নাই নেকি ? ৰ'চোন, অলপ পৰ ৰ'। অলপ পৰ ৰ'লেনো কি হয় ?'

আমাৰ মাজৰ এটাই ক'লে, "তাইলৈ বৈ লাভ নাই। তাইৰ ভোক লগা নাই কাৰণেই দৌৰি অহা নাই।'

কোৱায়ে আকৌ প্ৰতিবাদ কৰি ক'লে, "তাইৰ তহ ততকৈ বেছিকৈ ভোকলগা কাৰণেহে দৌৰি আহিব পৰা নাই।

আমাৰ মুখৰ মাত হৰিল।

কিন্তু আমাৰ লগতে নাৱত থকা ছোৱালীজনীৰ ভায়েকে খঙেৰেই ক'লে, "সেইজনীয়ে গাত কমগাল পিন মাৰে নেকি ? তাইৰ গাটো পিনেৰেই বিন্ধি আছে। তাই খৰকৈ আহিব কেনেকৈ ?"

বস পাই কোৰাইৰ সতে আমি সকলোৱেই হাঁহি দিলোঁ। সি নাহাঁহিলে। তাক জোকাবৰ মনেৰেই কোৱায়ে ক'লে, "তেন্তে কবু, সেইজনী ইষ্টাইল কৰা বায়েৰক মোকেই দি দে। মোৰ লগত থাকিলে তাইৰ যেতিয়াই ইচ্ছা তেতিয়াই পাৰ হ'ব পাৰিব। গাত যিমান ইচ্ছা সিমান পিন্ মাৰিব পাৰিব। তাইৰ কষ্ট হ'লে আমি নাৱতে ঘৰ কৰি ল'ম। তই কি ভাবিছ সোনকালে ক'। তাই পাবহি য়েই এতিয়া।"

কবুৱে ক'লে, "হ'ব কোৱাই হ'ব। তোমাৰ যি ইচ্ছা।"

কোৱায়ে তেতিয়া সকলোৱে শুনাকৈ চিঞৰি ক'লে, "ঐ ল'ৰা ছোৱালীহঁত শুনিলিনে নাই? মই তেন্তে আজিৰে পৰা ইয়াৰ ভিনি হ'লোঁ। ই বা ইয়াৰ বায়েকে যদি কেতিয়াবা বেইমানী কৰে, তহঁত মোৰ ফালে হ'বি দেই। হ'বিনে?"

আমি সকলোৱে চিঞৰিলোঁ, "হ'ম হ'ম কোৱাই। কিয় নহ'ম? আমি সকলোৱে তোমাক ভিনি বুলি মাতিম।"

সেইদিনাৰে পৰা কোৱাই, কোৱাই গুচি ভিনি হ'ল।

এবাৰ বাৰিষা মাৰনাওখনৰ কপলিং ছিগি সোঁতে সোঁতে ঠেকেচা খাই কোবেৰে ভটিয়াই যাবলৈ ধৰিলে। আমি ইশ্বৰক যিমান চিঞৰিলোঁ ভিনিক তাতোকৈ বেছিকৈ চিঞৰিলো।। "ভিনি মৰিলে। ঔ, ভিনি মৰিলে। ঐ" বুলি চিঞৰি চিঞৰি আমি পাৰে পাৰে মানুহৰ দৃষ্টি আকৰ্ষণ কৰিলো।। অগাধ অৰণ্যকো ভাঙি ছিঙি লৈ অহা নদীৰ প্ৰচণ্ড সোঁতত আমাৰ নাওখন ভিনিঠেলেঙনি খাই অহা দেখি পাৰৰ মানুহে প্ৰমাদ গণিলে। তেওঁলোকেও "হে আল্লা হে ঈশ্বৰ" বুলি চিঞৰিবলৈ ধৰিলে।

ছমাইল আঁতৰৰ পকা দলঙত নাওঁখন ধৰা হ'ল। তথাপিও নাওঁখনে দলঙৰ গমুজৰ দৰে খুটাত ইমান জোৰেৰে খুন্দা মাৰিলে যে আমি প্ৰায়বোৰেই নাৱৰ বাগৰি পৰিলোঁ। দুজনমান পানীত গৈ চিটিকি পৰিল। সাহায্য অভিযান আগৰে পৰা সাজু আছিল। দুজনৰ বাদে বাকী সকলোকে বচাব পৰা গ'ল।

দুজনক বচাব পৰা নগ'ল। ইমান তৎপৰতা সত্বেও তেওঁলোকক লগে লগে উদ্ধাৰ কৰিব পৰা নগ'ল।

পিছদিনা আবেলিহে তেৰমাইল দূৰৰ এখন গাঁৱৰ কেইজনমান মানুহে তেওঁলোকৰ মৃতদেহ দুটা উদ্ধাৰ কৰিব পাৰিলে। মৃতদেহ এটা এজন বুঢ়াৰ। মৃতদেহ এটা এজনী যুৱতীৰ।

ভিনিৰ লগত আমি জোকোৱা, গাত বেছিকৈ পিন মৰা, গহীন গম্ভীৰ সকফুটীয়া ছোৱালীজনীৰ মৃত্যুত ভিনিয়ে মৰ্মান্তিক আঘাত পালে। ভিনিয়ে আৰু এদিনো নাও নচলালে।

স্কুল কলেজ পাছ কৰি বাহিৰত পঢ়িবলৈ অহাৰ কাৰণে বহুদিন ভিনিক লগ পোৱা নাছিলোঁ।

হঠাতে এদিন লগ পালোঁ এটা প্ৰেছৰ ভিতৰত। মই এখন আলোচনীৰ বাবে কিবা গল্প নে প্ৰবন্ধ এটাৰ প্ৰুফ চাই আছিলোঁ। কোনোবাই মোৰ পিছফালৰ পৰা মোৰ সন্মুখত বহি থকা প্ৰেছৰ মালিকক কোৱা শুনিলোঁ, "কিবা এটা দিয়ক।"

মালিকে জেপৰ পৰা ৰুমাল উলিয়াই নাক মুখ ঢাকি ক'লে, "যা যা। ইয়াৰ পৰা ভাগ।"

মই উভতি চালোঁ। দেখি শিয়ৰি উঠিলোঁ। এয়া দেখোন কোষ্ঠৰোগাক্ৰান্ত ভিনি। দেখি একেবাৰে শিয়ৰি উঠিবলগীয়া ৰূপ।

মই মাত দিলোঁ, "ভিনি।"

তেওঁ মোৰ একেবাৰে ওচৰ চাপি আহি সুধিলে, 'কোন তুমি?"

"মুন্নু গোস্বামী। মুন্নু।"

মই দেখিলোঁ, মোৰ কাণ্ড দেখি প্ৰেছৰ মালিকৰ খং উঠিছে। গতিকে ভিনিক মৰমেৰে ক'লোঁ। "ব'লা ভিনি, বাহিৰলৈ যাওঁ।"

কাষৰ হোটেলখনৰ পৰা কাগজেৰে বান্ধি দুটা ৰসগোল্লা আনি ভিনিৰ হাতত দিলোঁ। কাগজ মেলি ৰসগোল্লা দুটা খাই ভিনিয়ে তৃপ্তি পোৱা যেন লাগিল। তাৰপিছতে তেওঁৰ চকুহাল এনেকৈ উজ্বলি উঠিল যে ইমান উজ্বল চকু মই কেতিয়াও কাৰো মুখমণ্ডলত দেখা নাই। মই ভাবিলোঁ এনেকুৱা চকুৰ পৰা দিব্যদৃষ্টি বাহিৰ হয় নেকি।

ভিনিয়ে মোলৈ তেনেকৈ বহুদেৰি চাই থাকিল। এটা সময়ত লাহে লাহে টিকাত মচি লোৱা ৰসগোল্লা খোৱা সোঁহাতখন দাঙি আনি মোৰ মূৰৰ ওপৰত থলে। মুখেৰে বিৰবিৰকৈ কিবা ক'লে। কৈ কৈ এবাৰ সজোৰে ক'লে, "তোমাৰ কল্যাণ হ'ক।'

ভিনি যোৱাৰ পিছত মই প্ৰেছৰ ভিতৰলৈ সোমাই আহি আগৰ চকীখনতে বহি ভিতৰৰ ফালে চাই চিঞৰিলোঁ, "দীপালি, পিছৰ পৃষ্ঠাটো হ'ল যদি হৈ আহাঁ।'

প্ৰেছৰ মালিকে ক'লে, "আজি আৰু তোমাৰ প্ৰুফ চাবলগা নহ'ব যেন পাইছো। তুমি টেবুলৰ পৰা উঠি যোৱা দেখি সিহঁতে আলোচনীৰ কাম বাদ দি অন্য এটা জৰুৰী কাম আৰম্ভ কৰি দিলে।"

মই বাহিৰৰ পৰাই দেখিছিলোঁ, ভিনিয়ে মোৰ মূৰত হাত দিয়া মালিকে লক্ষ্য কৰি আছিল।

গোহাঞিয়ে মোক বখাই দি ক'লে, "আমি দুমাইলতকৈও বেছি বাট খোজ কাটি আহিলোঁ। ইহঁতৰ ঘৰত সোমাবলৈ হ'লে আমি আধা মাইলতকৈও বেছি বাট উভতি যাব লাগিব। ব'লক।"

মই ক'লোঁ, "ভালেই হ'ল। আমি দুয়োজনে দুটা কাহিনী ক'লোঁ। দীপ্তিয়েতো ইমান দেৰি এটা শব্দও উচ্চাৰণ নকৰিলে। এইবাৰ দীপ্তিৰ পাল।"

ডাই হাহি হাহি ক'লে, "শুনক। মই আৰম্ভ কৰোঁ —।"

গোহাঞিয়ে তাইক বাধা দি ক লে, "থ, থ, তই বকলা মেলিব নালাগে।"

ডাই গোহাঞিৰ ওচৰৰ পৰা আঁতৰি মোৰ বাওঁফাললৈ আহি মোৰ বাওহাতত ধৰি ক'লে, "জানে মুন ককাইদেউ, অলপ আগতে ই কৈ যোৱা প্ৰেম কাহিনীটোৰ নাযিকা ময়েই।"

মই শুনি ৰগৰ পাই ক'লোঁ—সচা ?

এইবাৰ গোহাঞিয়ে মুখবিয়পা প্ৰশান্ত হাহিৰে ক'লে, "এৰা গোস্বামী, এইৰ নামেই লু। দদাইদেউৰ ছোৱালী। মোৰ বৰ মৰমৰ ভনী।"

---

ৰচনা ১৯৮৩ চন।

নদীখনৰ পাৰ পালে মিধিয়াবাইৰ খোজ বৈ যাব খোজে। এই নদীখনৰ সতে, নদীখনৰ ইপাৰৰ সতে তাইৰ জীৱনৰ অলেখ মুহূৰ্ত গঁথা আছে। তাইৰ শৈশৱৰ কৈশোৰৰ মৰহা পাপৰি ইয়াতে সিঁচৰিত হৈ পৰি আছে। তাইৰ ঘুণ্টুৰুৰ ছিগা সূতা মণি য'তে ত'তে পৰি আছে। তাইৰ ভৰিৰ পৰশত তহিল হোৱা বননিত এতিয়াও সেই কথা বিদ্যমান হৈ আছে। তাইৰ প্ৰাণৰ পৰশ পোৱা বায়ু এতিয়াও উষ্ণ হৈ আছে। তাইৰ বুকুচকা বস্তুবাপি এতিয়াও হালি জালি আছে।

তাই ভালপোৱা, তাই লগ পোৱা সকলোবোৰ ইয়াতে আছে। মাথো তাই নাই। আৰু এজন নাই।

আগতে ঘৰৰ পৰা দৌৰি আহি যিকোনো মুহূৰ্ততে এইডোখৰ ঠাই পাবলৈ তাইৰ কিমান যে হাবিলাস হৈছিল। ঠিক তেনেকুৱাই হৈছিল ৰাধা মীৰাবাই ঐৰাবিয়া, দুৰ্গাবালা, জাহ্নবাবাইৰ। ঠিক তেনেকুৱাই হৈছিল নৰেন্দ্ৰ, শিৱপ্ৰসাদ ছাহিয়া আৰু সুখলালৰ।

সিহঁতে একেলগে খেলিছিল।

মিধিয়াবাইৰ বাপেকহঁতে আৰু শিৱপ্ৰসাদহঁতে তাতে ঘেহুখেতি কৰিছিল। মিধিয়াবাইহঁতে পথাৰলৈ জলপান লৈ আহিছিল। মিধিয়াবাইৰ বাপেকে জলপানখিনি টোপোলাৰ পৰা খুলি লৈ শিৱ প্ৰসাদক চিঞৰি চিঞৰি মাতিছিল। শিৱপ্ৰসাদে দৌৰি আহি জল পানৰ ভাগ লৈছিল। শিৱপ্ৰসাদৰ মাকৰ বাহিৰে আৰু কোনো

নাছিল। গতিকে মাকে কেতিযাবা তালৈ কটি এখন আনিছিল আৰু কেতিযাবা মাক পথাৰলৈকো নাহিছিল।

বাপেকে জলপান খাই আঁতোৱাৰ পাছতো মিধিয়াবাই নাযায়। তাই বাপেকৰ লগত যাবলৈ পথাৰতে বৈ থাকে আৰু কেতিযাবা কোবখন লৈ পথাৰতে এচাৰ দুচাক মাৰে। নৈৰ কাষে কাষে তাই বনশাক বুটলি ফুৰে।

কণা-হালধীয়া পখিলা আৰু জিয়াঁবোৰক তাই খেদি ফুৰে। গভীৰতা জুখিবলৈ দলিব চপৰাবোৰ তাই নদীৰ বুকুলৈ মাৰে। শিবপ্ৰসাদৰ চকুযোৰ তাইৰ পাছে পাছে ফুৰে।

বাপেক যাবৰ হ'লে তাইক মাত দি লৈ গুচি যায়। সিহঁত যাবলৈ ওলোৱা সময়তো শিৱপ্ৰসাদক কাম কৰি থকা দেখিলে তাইৰ বাপেকে কয়, "চাবাচ বেটা, চাবাচ। তুমি কাম কৰা। আমি যাও। তাই হাঁহি দিয়ে।

ভায়ো কেতিযাবা কয় "ব'লা শিওভায়া, আমাৰ লগতে ব'লা। নহ'লে ভূতে পাব। ভূত কেনেকৈ আহে জানা খট খট্-খট্-খট-খট .... ।" বুকুত হাতেৰে চপৰিয়াই সি তেতিয়া ভয় নকৰা যেন দেখুৱায়। সিহঁত যোৱাৰ পাছত তাৰ কিন্তু ভয় লাগে।

নদীখন এতিয়া বহল আৰু গভীৰ হৈ যোৱাটো তাই লক্ষ্য কৰিছে। নদীখন আগতে এতিয়াতকৈ ঠেক আৰু গভীৰ আছিল। নদীখন পাৰৰ পৰা থিয়ে থিয়ে চাবলৈকে ভয় লাগিছিল। থিয় হৈ থাকিলে মূৰ ঘূৰায় দেখি তাই আৰু আগৰ এটাইকেইজনীয়ে বহি বহিহে ঢৌবোৰ আৰু মাছৰ পিঠিবোৰ আৰু শিৱপ্ৰসাদহঁতৰ বিভিন্ন সাঁতোৰবোৰ চাইছিল। শিৱপ্ৰসাদহঁত আকৌ কিমান যে সাহসী

ল'ৰা । সিহঁতে পানীৰ মাজৰ পৰাই মিধিয়াবাইহঁতক মাতিছিল । ইহঁতে দলিচপৰা লৈ সিহঁতৰ গালৈ মাৰিছিল । সিহঁত লগে লগে পানীৰ মাজত লুকাই পৰিছিল ।

সিহঁতৰ পথাৰৰ পৰা আগলৈ আমগছৰ বাৰী আছে । সেই ডোখৰত নদীৰ পাৰটো হেলনীয়া । তাত পানীয়ু ৱলিলৈ নির্ভয়ে নামি যাব পাৰি । পানীয়ু বলিৰ পৰা নদীৰ বুকুৰ ফাললৈ প্ৰায় দহহাত দূৰলৈকে খৰালি দুফুট তিনিফুটতকৈ বেছি পানী নাথাকে । তালৈকে মিধিযাবাই মাকৰসতে মাজে মাজে কাপোৰ ধুবলৈ আহে । কেতিযাবা লগৰীৰ সতেও আহে ।

সিহঁতৰ পথাৰবোৰ বাৰিষাও প্লাবিত নহয় । সিপাৰেহে ঠায়ে ঠায়ে কম পৰিমাণে প্লাৱিত হয় । শিৱপ্ৰসাদহঁতে নাও লৈ চাবলৈ যায় আৰু সিহঁতে মিধিযাবাইহঁতক সচাই মিছাই আহি কিছুমান কাহিনী কয় । ছোবালী এজনী মৰিব ধৰোতে সিহঁতে বচোৱাৰ কথা কয় । দুৰ্গাবালাহঁতৰ বায়েকৰ ঘৰত পানী সোমোৱা দেখি সিহঁতৰ দুখলগাৰ কথা কয় । জোহৰাবাইক বিয়া কৰাব খোজা মানুহটোৰ লগত কথাপাতি অহাৰ কথা কয় । প্ৰকৃততে সিহঁতে নদীখন পাৰ হৈ সিপাৰৰ বাৰীত আম কঁঠাল বিচাৰি যায় ।

এই দিনবোৰ লাহে লাহে শেষ হ'ল যেতিয়া মিধিয়াবাইহঁত লাহে লাহে গাভৰু হ'ল ।

ৰাখীপূৰ্ণিমাৰ দিনাই ঘটিল মিধিযাবাইৰ জীৱনৰ আচম্বিত ঘটনা এটা । সেইদিনা গধূলি শিৱপ্ৰসাদ ভাইৰ ঘৰলৈ আহিল । ভাই বৰ আনন্দেৰে ৰাখী আৰু মিঠাই হাতত লৈ ওলাই আহিল । ভাই ধৰিব খোজা হাতখন শিৱো কোচাই দিলে । ভাই কাবৌ-

কোকালি কৰিলে। সি ৰাখী পিন্ধিবলৈ অমান্তি হৈ ক'লে, "তোৰ মাৰে দেউতাৰক ৰাখী পিন্ধায় নেকি?" তাই ভয় খাই ভিতৰলৈ সোমাই আহিল।

আৰু এদিন ঘটিল আৰু এটা ঘটনা। ফাকু খেলি খেলি শিৱপ্রসাদহঁত আহিল নদীত গা ধুবলৈ। ছোৱালীবিলাকৰ কোনোবাই তেতিয়া ফাকুলগা কাপোৰ ধুই আছিল আৰু কোনোবাই গা ধুই আছিল। শিৱপ্রসাদে মিথিযাবাইক গা ধোৱা চাই আছিল।

তাৰ পিছত বহুদিনলৈকে তাই তাক মতা নাছিল। তাইৰ ভিতৰত বহুত খং আছিল। বহুত লাজ আছিল।

কথাবোৰ ভাবি ভাবি থমকি যোৱা খোজবোৰ তাই বলেৰে আগবঢ়াই লৈ গৈছে। নদীখনৰ পাৰে পাৰে তেতিয়া দুপৰীয়াৰ নিৰ্জনতা। চৰাইৰ কোৰ্হালৰ বাহিৰে একোৰে আৱাৰ নাই। কাষৰ টকৌজোপাত এটা বান্দৰৰ ফলাসক্তি। এজোপা কঁঠালগছৰ ডালত দুটা শান্তশিষ্ট পৰ্ঘু্মা এই উৰে। উৰে। এই উৰে। উৰে।। নদীৰ ইপাৰৰ পৰা সিপাৰলৈ এজাক বগলী নিৰ্জনতাক আঘাত নকৰাকৈ উৰিছে।

তাইৰ মন্থৰগতি দেখি অলপ বয়সীয়া তিৰোতা এগৰাকীয়ে তাইক ধম কি দি কৈছে, "খোজকিটা অলপ গাঁৱৰ ছোৱালীয়ে দিয়াৰ দৰে দেচোন। লগ্ন পাৰ হৈ গ লে তোৰো কষ্ট হ ব, আমাৰো কষ্ট হ'ব।"

তাইৰ লগৰ জোহৰাবায়ে তিৰোতাগৰাকীক ভেকাহি মাৰি তাইৰ প্রতি দৰদ প্রকাশ কৰি কৈছে, "কিনো কৈছে আপুনি? চকুৰ পানীৰে তাই বাট নেদেখা হৈছে। খোজ দিব কেনেকৈ? লগ্ন পাৰ হৈ গ'লেও য'ক। ভালহে হ'ব। তাইৰ জীৱন বাচিব।"

বুঢ়ী এজনীয়ে কৈছে, "মংগল কামত ওলাই আছে।তে কিনো অমংগল কথা কৱ এইবোৰ ? তাইৰ মনটো দুৰ্বল কৰি দিছ কেলৈ ? তাই স্বৰ্গৰ পৰা হাত বাউল পাইছে যেতিয়া আমি লগমতে কাম কৰি তাইক গমনৰ সুবিধা কৰি দিয়াই ভাল। স্বৰ্গীয আহ্বান তাই উপেক্ষা কৰিব কিয় ? তই জানো এনে আহ্বান পাইছ ?"

বুঢ়ীৰ কথা শুনি জোহৰাবাইৰ খং উঠি গ'ল। তাই খংটো দমন কৰিব নোৱাৰি প্ৰায় চিঞৰি ক'লে, "কি ক'লি বুঢ়ী ? তেন্তে তোৰ মৰদক মাৰি তই সতী নাযায় কেলৈ ?'

কিৰণদেৱী নামৰ ব্ৰাহ্মণ তিৰোতাগৰাকীয গহীন সুৰত ক'লে, "ছি তোমালোকৰ মনলৈ কিযে ভাববোৰ আহিছে। সেইবোৰ বাদ দি এতিয়া আমি ধৰ্মকথা পাতো আহা। বুঢ়ী আয়ে বাৰু জাননে সীতাদেৱীৰ জন্ম কেনেকৈ হ'ল ?'

বুঢ়ীগৰাকীযে কিৰণদেৱীৰ ওচৰ চাপি ক'লে, "জনকে খেতি পথাৰৰ মাজৰ এটুকুৰা জলাশযত পদুম ফুলৰ ওপৰত শুই থকা শিশু এটি পালে আৰু শিশুটিযেই হ'ল সীতাদেৱী নহয জানো ?"

কিৰণদেৱীযে ক লে "হয। পিছে কাহিনীটো পাক লগা। আপোনালোকে শুনিব খুজিলে মই ক ব পাৰো।'

বুঢ়ীযে আৰু ওচৰ চাপি আহি ক লে "কোৱা তেন্তে। আই হ ত হ তেও মন দি শুন। কামত আহিব।

জোহৰাবাইয়ো কিৰণদেৱীৰ ওচৰচাপি আহিল।

কিৰণদেৱীয়ে ক'বলৈ আৰম্ভ কৰিলে, "বৃহস্পতিৰ পুত্ৰ মহৰ্ষি কুশধ্বজ আৰু তেওঁৰ পত্নী মালৱতীয়ে লক্ষ্মীদেৱীক তপস্যা কৰি তেওক সন্তানহিচাপে পাবলৈ কামনা কৰে। তেওঁলোকৰ তপস্যাত তুষ্ট হৈ লক্ষ্মীদেৱীয়ে তেওঁলোকৰ সন্তান হিচাপে জন্ম গ্ৰহণ কৰিলে। জন্ম হোঁয়ে বেদমন্ত্ৰ উচ্চাৰণ কৰিব পৰাৰ কাৰণে তেওঁলোকে কন্যাটিৰ

নাম ৰাখিলে বেদৱতী। বেদৱতী জন্মৰে পৰা নাৰায়ণপৰায়ণা আছিল। কুসুমিত হৈ উঠাৰ পিছত বেদৱতীয়ে নাৰায়ণকে পতিৰূপে কামনা কৰিলে। এই কামনাৰে তেওঁ এদিন ধ্যানস্থ হৈ থকাত ৰাক্ষসৰ ৰজা ৰাৱণে কামমোহিত হৈ তেওঁৰ দেহাটো ছুৱা কৰিলে। সতীমনা বেদৱতীয়ে তেতিয়া ৰাৱণক উদ্দেশ্য কৰি ক'লে, "দুৰ্মতি ৰাৱণ, তই মোৰ দেহাটো ছুৱা কৰিলি। ইচ্ছা কৰিলে মই তোক এতিয়াই শাপ দি ভস্ম কৰিব পাৰোঁ। কিন্তু তাকে কৰি মই মোৰ তপোবল হ্ৰাস নকৰোঁ। মই মোৰ অশুচি দেহা এতিয়াই ত্যাগ কৰিম আৰু পৰৱৰ্তী জন্মত তোৰ মৃত্যুৰ কাৰণ হৈ মই জন্ম ল'ম।" লগে লগে বেদৱতীয়ে অগ্নিত প্ৰবেশ কৰি আত্মদাহ কৰিলে আৰু দেৱতাসকলে আকাশৰ পৰা পুষ্পবৃষ্টি কৰিলে। বেদৱতীয়ে দেহত্যাগ কৰা ঠাই ডোখৰৰ নামেই হ'ল মিথিলাবন।

কিৰণদেৱীয়ে লক্ষ্য কৰিলে, জোহৰাবাইহঁতে তেওঁ কোৱা কাহিনীটো মন দি শুনি গৈছে আৰু ডাৱৰ আঁতৰি গোমা বতৰ ফৰকাল হোৱাৰ দৰে মিধিয়াবাই শোকাসক্ত মুখখনো উজ্বল হৈ পৰিছে।

বুঢ়ীয়ে ক'লে, "আইদেউ, এইটো কাহিনী মই শুনাই নাছিলোঁ। আজিহে নতুনকৈ শুনিছো আৰু সীতাৰ জন্ম কথা নিৰহ নিপানীকৈ জানিব পাৰিছোঁ।'

কিৰণদেৱীয়ে ক'লে, "এৰা, এই কাহিনীটো আমাৰ সৰহভাগ মানুহেই নাজানে। কথাতে কয় বোলে, "সাতোকাণ্ড ৰামায়ণ পঢ়ে, কিন্তু সীতাৰ জন্ম কথা নাজানে।'

'এৰা আই, সৰুৰে পৰা মহাসতী সীতাৰ বিষয়ে সুধি সুধি কাৰোপৰা জন্ম ৰহস্যৰ ভেদ পোৱা নাছিলোঁ। কিনো ভাগ্য, তোমাৰ মুখতে আজি হঠাতে গম পালোঁ। এতিয়া বাকী ছোৱাও কৈ পেলোৱা আই। জীৱন এবালৈকে মনত ৰাখিম।"

"হয় আই, আমাৰ জানিবলৈ বৰ আসক্তি হৈছে। কৈ পেলাওক।"—দুৰ্গাবালাই ক'লে।

কিৰণদেৱীয়ে পুনৰ আৰম্ভ কৰিলে, "স্বৰ্গজ্যোতি মেনকাই এদিন অন্তৰীক্ষপথেদি অন্তৰীক্ষ পোহৰ কৰি গৈ আছিল। মিথিলাবনত যজ্ঞভূমি কৰ্ষণ কৰি থকা জনকে মেনকাক দেখি কামনাত উত্তাৱল হ'ল আৰু তেওঁৰ নিসৰিত বীৰ্য্য মাটিত পৰিল।"

কিৰণদেৱীয়ে বৈ দিলে আৰু মিথিয়াবাইৰ মুখখনলৈ মনে মনে লক্ষ্য কৰিলে। তাইৰ মুখখন দেখি তেও সন্তোষ পালে। বুঢ়ীয়ে কিৰণদেৱী বৈ দিয়া দেখি ভাবিলে তাই আকৌ বৈ দিলে কিয়। কাহিনীটো অনৰ্গলভাবে কৈ গ'লেই ভাল হয। পথো বেছি নাই।

এজাক পুৰুষ সিহঁতক অতিক্ৰম কৰি গ'ল। উভতি উভতি সিহঁতে মিথিযাবাইহঁতক কেইবাবাৰো চাই গ'ল।

মিথিয়াবাইহঁতে পাতলীযা হাবি বন পাৰ হৈ সোণালী ঘেহুধানৰ বিস্তৃত বাকৰি এখন পালে। ঘেহুধানৰ ঠোকবোৰ ছুই ছুই তাইৰ মাজে মাজে দৌৰি ফুৰিবৰ মন গ'ল। ঘেহুধানৰ নৰা পাৰি বাকৰিৰ মাজত বহি তাই কেচুবা এটাক প্ৰিয়াহ দি মূৰত হাতফুৰাই হাতবুলাই গুণ গুণকৈ গান গাই থাকিবৰ মন গ'ল। তেনেকুৱাতে গিৰিযেকে আহি দেখিলে আৰু ওচৰচাপি আহি বহিলে বিভিন্নধৰণৰ ভাললগা মুহূৰ্তবোৰ যেনেকৈ নিছিগা লানিত বহি থাকে এতিয়াও তাইৰ মুহূৰ্তবোৰ তেনেকৈ পাবৰ মন গ'ল। তেনে অৱস্থাত অন্য পুৰুষে দেখিলে তাই যিদৰে সাগৰ সমান লাজ কৰে, এতিয়াও তাইৰ ইদৰে লাজ কৰিবলৈ পৰ্বত প্ৰমাণ ইচ্ছা হ'ল।

তাই ক ব নোৱাৰাকৈয়ে গৈ ঘেহুধানৰ ঠোক এটা ছিঙি আনিলে।

বুঢ়ীয়ে ভয় খাই সুধিলে, 'কি হৈছে, তোৰ ?"

তাই একো নকৈ ঘেহুধানৰ ঠোকটো পেলাই দিলে।

বুঢ়ীয়ে কিৰণদেৱীৰ মুখলৈ মূৰ তুলি চোৱাত কিৰণদেৱীয়ে আধকৰা কাহিনীৰ আঁতধৰি কৈ গ'ল, 'যথাসময়ত সেই বীৰ্য্যৰ পৰা এটি অবৰ্ণনীয় ৰূপৱতী কন্যাৰ জন্ম হৈ পদুমফুলত উপবিষ্ট হ'ল। যজ্ঞভূমিত এদিন জনকে সেই কন্যা ৰত্নটি পালে। আকাশবাণীৰ যোগেদি জনকে জানিব পাৰিলে যে মেনকাৰ যোগেদি জন্ম লোৱা এইটি তেওঁৰে কন্যা। তেও কন্যাটি আথে বেথে নি মুখ্য মহাদৈক চমজাই দিলে আৰু আলফুলীয়াকৈ লালন পালন কৰিবলৈ ক'লে। মিথিলাবনৰ মাটি চহাই থাকোঁতে নাঙলৰ সীৰলুৱে ধৰা পেলোৱাত কন্যাটিৰ নাম হ'ল সীতা।

কাহিনী কোৱা অন্ত কৰি কিৰণদেৱীয়ে খন্তেক বিৰতি লৈ বুঢ়ীক সুধিলে, "কেনে পালে বুঢ়ী আই?"

বুঢ়ীয়ে ক'লে, "মই অমৃত পান কৰাৰ দৰে পালোঁ। মহাভাগাৰ জন্মকথাৰ অ াৰত যে এনে এটা মনোৰম কাহিনী লুকাই আছিল আমি আগতে জনাই নাছিলো। হয়নে জোহৰ?"

জোহৰাবাই আৰু দুৰ্গাবালাইঁতে শলাগিলে, "হয় হয়।"

বুঢ়ীযে মিধিযাবাইৰ ৲চৰ চাপি ক লে, "সতী যোৱাৰ আগতে কাহিনীটো শুনি তয়ো পুণ্য অৰ্জন কৰিলি?

তইনো জীৱনৰ কি পাইছ? এই মহাসতীযে জানো কম কষ্ট পালে? ঈশ্বৰপুৰুষ ৰামচন্দ্ৰৰ আগত তেওঁ বাৰে বাৰে সতীত্বৰ পৰীক্ষা দিব লগা হ'ল।

সতীত্বৰ অগ্নিপৰীক্ষাত দাবানল অগ্নিয়ে মহাসতীৰ নোম এডালকে লৰাব নোৱাৰিলে।"

বুঢ়ীৰ কথাখিনি শুনি লৈ জোহৰাবায়ে ক'লে, " তেন্তে মিথিয়া বাইকো জুয়ে পুৰিব নোৱাৰে। কাৰণ, তাইতো জানি শুনি একো পাপ কৰা নাই। সীতাদেৱীক লম্পট ৰাৱণে হৰণ কৰি নিয়াৰ দৰে তাইকো কোনো লম্পটে কেতিয়াও হৰণ কৰি নিয়া নাই।"

মিথিয়াবাইহঁত ঠাইডোখৰত গৈ উপস্থিত হোৱাৰ সময়ত তাত প্ৰায় দহ হেজাৰ মানুহ গোট খাইছিল।

মানুহখিনি দেখি মিথিযাবাযে ভাবিলে, ইমানবিলাক মানুহ এটিয়া ক'ৰ পৰা গোট খালে। কিন্তু আজি ৰাতিপুৱা এটা মানুহৰ মুখ দেখিবলৈও তাই হামবাও কাটিবলগীয়া হৈছিল। ঠিক পুৱা ন বজাত যেতিয়া যক্ষ্মাৰোগী শিৱপ্ৰসাদৰ মৃত্যু হ'ল চাৰিজনী শিশু কন্যাক বুকুত সাবটি লৈ তাই হুৰাওবাৰে কান্দিলে কিন্তু চুবুৰীয়া এটা মানুহেও আহি তাইক দেখা নিদিলে। তাই যেতিয়া ঘৰে ঘৰে মানুহ বিচাৰি গ'ল সকলোৱে এটা কথাই ক'লে যে তাইৰ গিৰিয়েক যিহেতু সংক্ৰামক ৰোগত মৰিল, গতিকে সিহঁতে তাইক শিৱপ্ৰসাদক সমাধিস্থ কৰিবলৈ সহায় কৰিব নোৱাৰে। তাই আপোন বুলি ভাবি সহায়কাৰী বুলি ভবা সকলোকে একোবাৰ অনুৰোধ কৰি চালে কিন্তু কোনোৱে তাইক সহায় কৰিব নুখুজিলে। কোনো কোনোৰ ওচৰত তাই ভৰিত পৰি কাকুতি মিনতি কৰিও সহায়ৰ হাত এখন নাপালে।

তাই শবদেহৰ ওপৰত বাগৰি বাগৰি কান্দিলে। বুজি-সুবুজি কান্দি কান্দি অস্থিৰ হোৱা বাঁহৰ শুকান জেং যেন আকৃতিৰ ছোৱালী কিজনী চপাই গোটাই সাবটি লৈ তাই অৱশ হৈ লুটি খাই পৰি যোৱালৈকে কান্দিলে।

তাইক আচৰিত কৰি এখন্টামানৰ পিছত তাইৰ ওচৰলৈ এজাক পুৰুষ-তিৰোতা আহিল। গোটেই জাক তাইৰ ঘৰৰ ভিতৰত সোমাল। মানুহ জাকে জাকে আহি তাইৰ ঘৰৰ চোতাল ভৰি গ'ল।

কেইজনীমান তিৰোতাই তাইক বটি কুটি লৈ সুধিলে, "তই বোলে সতী যাব খুজিছ? খবৰ পায়ে আমি দৌৰি আহিছো।'

তাইনো কেতিয়া কাৰ আগত সতী যোৱাৰ কথা ক'লে মিধিয়া বাযে মনত পেলাব নোবাৰিলে। তাই একো উত্তৰ নিদিলে।

এজনী তিৰোতাই ক'লে, "তই ঠিকেই সিদ্ধান্ত কৰিছ। নহ'লে কি কৰিবি? কেনেকৈ খাবি? কেনেকৈ জীয়াই থাকিবি? জলদ নহলে যিদৰে প্ৰকৃতি জীযাই থাকিব নোৱাৰে, মৰদ নহ'লে সিদৰে তিৰোতাও জীযাই থাকিব নোৱাৰে।"

এজনী বুঢ়ীযে ক'লে, "তেহে লে তই বন্দা কটাখন এৰ। সোনকালে সাজু হ। যা যাগাবাবোৰ কৰিবলৈ সকলোক সুবিধা কৰি দে। ছোৱালী কিজনীৰ কাৰণে চিন্তা নকৰিবি। ভগৱানে পৃথিৱীলৈ পঠিয়াইছে যেতিয়া ভগবানেই খুৱাব। যত্ৰ জীৱ তত্ৰ শিব।"

পণ্ডিতজী আহিল। সকলো মতা মাকীয়ে তেওঁক নমস্কাৰ জনালে। মাইকীবোৰে ওৰণিবোৰ পৰীক্ষা কৰি টানি টুনি ললে। পণ্ডিতজীৰ মন্ত্ৰপূত কুশৰ আগৰ পানী পৰি শৱদেহ দোষ মুক্ত-বীজাণু মুক্ত পবিত্ৰ হ'ল। পুৰুষ কেইজনমানে ধৰাধৰি কৰি শৱদেহ বাহিৰলৈ উলিযাই আনিলে।

কিৰণদেৱী আহিল। তিৰোতাবোৰ অ'তৰি গৈ তেওঁক মিধিয়া বাইৰ আগত থিয় হ'বলৈ জেগা এৰি দিলে। কিৰণদেৱীয়ে তাইক সুধিলে, "তুমি সতী যাবলৈ সঁচাকৈয়ে প্ৰস্তুত হৈছানে? তোমাৰ

মনটোৱে ইয়াকে কয়নে ? তোমাৰ মনটোত কিবা উগুল থুগুল ভাব আছেনে ? কিন্তু তোমাৰ সিদ্ধান্তৰ কথা এতিয়া কুৰি মাইল পাৰ হৈ বিয়পি পৰিছে ।”

তাই কিৰণদেৱীৰ ভৰিত পৰি কিবা এটা ক’ব খুজিলে । কিৰণদেৱীয়ে তাইক বাহুত ধৰি তুলি তাইৰ হাতত টকা কেইটামান গুজি দি ক’লে, “কোৱা ছোৱালী তোমাৰ কিবা ক’বলৈ আছে যদি কোৱা । এতিয়াও সময় আছে তুমি ভাবি চিন্তি চোৱা ।’

কিৰণদেৱীয়ে তেনেকৈ কোৱা শুনি বুঢ়ীজনীয়ে ক’লে, “আই, তুমিনো এঁইখন তাইক কি সুধিছা ? তাইক আকৌ দোধোৰ মোধোৰত পেলাইছা কিয় ? এতিয়া কামবিলাক সোনকালেঁ কৰিব লাগে । নহ’লে তাইক আকৌ সংসাৰৰ মোহে টানিব । এবাৰ এটা কথা প্ৰচাৰ হোৱাৰ পিছত বিপৰীত কাৰ্য্য কৰিলে তাই পাপৰ পংকত ডুবিব ।’

তিৰোতাবিলাকে ক’লে, “হয় হয় আই । আপুনি সতী যোৱাৰহে দিহা দিয়ক ।’

জোহৰাবাই আৰু দুৰ্গাবালা আহি তাইৰ সতে গলত ধৰা ধৰিকৈ কান্দিলে ।

জোহৰাবায়ে আৰ্তনাদ কৰি ক’লে, “তোৰ এনেদশা হ’ল ঐ । তই মোক নজনালি কেলৈ ঐ । তই কিনো সিদ্ধান্ত ললি ঐ । ওঁহো এই সিদ্ধান্ত ভুল । তই কেতিয়াও সতী যাব নোৱাৰ । তই নোৱাৰ । তই নোৱাৰ ।

তিৰোতাবিলাকে জকজকাই উঠিল, “ক’ৰেনো পাপিনী এইজনী ? ঈশ্বৰৰ ইচ্ছাকো তাই বাধা দিবলৈ আছে ।”

জোহৰাবায়ে মুখ পাতি ধৰিলে, "এইবোৰ ঈশ্বৰৰ ইচ্ছা নে তহঁতৰ ইচ্ছা ? লগৰ তিৰোতা এজনীক জীয়াই জীয়াই পুৰি মাৰিবলৈ তহঁতৰ বেযা লগা নাই ? তহঁতৰ অন্তৰে কান্দি উঠা নাই ? তহঁতে এয়া কি আনন্দ উৎসৱ পাইছ ?

বুঢ়ীজনীয়ে তিৰোতাবিলাকক ক'লে, 'ব ল ব'ল। এই আপোন পৈৰ মূৰখাইতীজনীযে আমাৰ লগত ধেমালি কৰিব খুজিছে। তাই কেতিযাও সতী নাযায। তাইৰ গিৰিয়েকৰ শ দেহ ইযাত গেলি পচি য ক আৰু তাইকো প্ৰেতাত্মাই ডিঙি চেপি মাৰক।" মিধিয়া বাযে যুটা মুফুটা মাতেৰে জোহৰাবাইৰ ফালে করুণভাবে চাই ক'লে "মই সতী যাম। মই সতী যাম। তেওঁলোকক কৈ দে।'

জোহাৰাবায়ে বৰ নিসংগতাবোধ কৰি অস্তগামী সূৰ্য্যৰ দৰে নিস্তেজ হৈ ক'লে, 'তোক সিহঁতে বাধ্য কৰোৱালে মিধিয়াবাই।'

মধ্যপ্ৰদেশৰ পান্না জিলাৰ প্ৰধান কাৰ্য্যালয়ত পুলিচ অধীক্ষক প্ৰকাশ নাইডুৱে সেইদিনাই আবেলি পাঁচ বজাত লোহদাপুৰ গাঁৱত সতী যোৱাৰ ঘটনা এটা ঘটিব বুলি ধৰমপুৰ পুলিচ থানাৰ পৰা অদ্ভুত তাঁৰবাৰ্তা এটা পালে।

পঞ্চাশ কি মি বাট অতিক্ৰম কৰি যথাস্থানত উপস্থিত হ'ব পৰাকৈ সময় গণনা কৰি প্ৰকাশ নাইডুৱে পোন্ধৰজন পুলিচ লগত লৈ আবেলি ৩ বাজি ত্ৰিশ মিনিটত যাত্ৰা কৰিলে।

তেওঁ যথাস্থানৰ ওচৰ পাওঁ পাওঁ হৈ দেখিলে যে তাত লোকে লোকাৰণ্য। তেতিয়াও চাইকেল, বাছ, ট্ৰেকবত তালৈ অসংখ্য মানুহ আহিয়ে আছে। পদব্ৰজে অহা মানুহো অবিৰাম সোঁতত আহি আছে। তেওঁ মানুহবিলাকক ছত্ৰভংগ দিয়াৰ আদেশ দিলে কিন্তু কোনেও সেই আদেশৰ প্ৰতি মনোযোগ নিদিলে। ইতিমধ্যে তেওঁৰ জীপ গাড়ীখন বোকাত লাগি ধৰিলে। নাইডুৱে সদলবলে জীপৰ পৰা নামি যেতিয়া দৌৰা দৌৰিকৈ আহি চিতাৰ পৰা ধোঁৱা ওলোৱা দেখিলে তেওঁ বৰ হতাশ হৈ পৰিল। হাজাৰ হাজাৰ মানুহে ঠাইডোখৰ ঘেৰি আছিল আৰু মেলাত পৰিণত হৈছিল। তেওঁ একেবাৰে চিতাৰ ওচৰ চাপি দেখিলে চিতাত অগ্নি সংযোগ কৰা হৈছে যদিও মিধিযাবাই গৈ তেতিয়াও চিতাত বহা নাই। তেওঁ অলপ উৎসাহিত হ'ল।

তেওঁ পৰিস্থিতিটো কবাযত্ত কৰিবলৈ চেষ্টা কৰিলে। কিন্তু তেও বাৰে বাৰে ব্যৰ্থ হ'ল। তেওঁৰ লগত থকা উপবিদৰ্শজনে ক'লে "ছাৰ, ইযাত এতিয়া বলপূৰ্বক কাম কৰিবলৈ গ'লে মুঠেই লাভ নহ'ব। দহ হাজাৰ ধৰ্মোন্মত্ত মানুহক আমাৰ পোন্ধৰজনীয়া দল এটাৰে শাসন কৰিব নোৱাৰো। গতিকে অন্য উপায অৱলম্বন কৰাই ভাল হ'ব।"

তেতিয়া নাইডুৱে মিধিয়াবাইক চিতালৈ অহাত বাধা দিবলৈ তাই সজাই পৰাই থকা জুপুৰীটোৰ দুৱাৰমুখত এজন পুলিচ নিযুক্ত কৰিলে।

জুপুৰীটোৰ ভিতৰত মিধিযাবাইক নৱকন্যাৰ বেশেৰে সজোৱা হ'ল। তাইৰ ডিঙিত ছুতিয়া, কপালত বিন্দিযা, শিৰত সেন্দুৰ, নাকত নুতিযা, কাণত একল, বাহুত বখোৰা হাতত ঠাৰিত ছুৰা, কঁকালত কন্দোৰা, ভৰিত জোৰাল, চৰিৰ আঙুলিত বিছিয়া আদি ৰূপৰ অলংকাৰবোৰ পিন্ধাই দিয়া হ'ল। এইবোৰ পিন্ধাৰ লগে লগে তাইৰ

শৰীৰ জিলিকি উঠিল। দেহৰ পৰা ৰূপালী জ্যোতি বাহিৰ হ'ল। গুলপীয়া পিয়েৰি শাড়ীখনে তাইক এনেয়ে মোক তোল মোক তোল কৰিছিল। হাত ভৰি মেহেন্দীৰে ৰক্তৰাগৰঞ্জিত কৰি তোলা হ'ল। তাইৰ ললাটত আঁকি দিয়া সেন্দুৰৰ ডাঙৰ, আৰু ঘূৰণীয়া ফোঁটটোৱে তাইক আৰু সুগঢ়ী কৰি তুলিলে। এনেদৰে সজ্জিত হৈ এদিন তাইৰ গা সাতখন আঠখন হৈছিল। আজি কিন্তু তাইক অন্তৰিতে বেলি বিস্মিত হোৱা শোকহীন মৰনৈৰ দৰে দেখা গ'ল। তাইক বিজয়াৰ দেবীৰ দৰে দেখা গ'ল। এইবাৰ পিন্ধি তাই শীত আৰু জোকাৰ অনুভৱ কৰিলে। তাইৰ লোতকে তুগালেদি পোন বাস্ত ব নাই ল লে। তাইৰ উশাহ চুটি কৰা কান্দোনে সখীহঁতৰ হুমুনিয়াহবোৰ গভীৰ কৰিলে। তাইৰ চুলিৰ মলমল গোন্ধে সখীহঁতৰ চেতনা বিলুপ্ত কৰিলে।

নাইডুৱে ভাবিলে তেওঁ কি উপায়েৰে আকুল আপেক্ষাৰত এই দহহাজাৰ মানুহক ইয়াৰ পৰা খেদি পঠাব।

জহৰবাবায়ে ভাবিলে ইমাম ধুনীয়াকৈ সজাই-পৰাই তোলা মিধিযাবায়ে অলপ পিছতে চিতাৰ ওপৰত শৈ বহি দিব লাগিব। তাইৰ শৰীৰটো, তাইৰ শৰীৰৰ সোণ ৰূপৰ অলংকাৰ, মাটি স্পৰ্শ কৰা তাইৰ দীঘল চুলিটাৰি, তাইৰ চুলিত লাগি থকা মলমল গোন্ধ, তাইৰ কামনা ভাবনা, তাইৰ শিৰৰ দগমগ সেন্দুৰ—এই সকলোবোৰ জুয়ে পুৰি ছাই কৰি দিব। তাইৰ বাল্যকালৰ স্মৃতিবোৰৰ কথা, তাইৰ গাভৰুকালৰ স্বপ্নবোৰৰ কথা, তাইক মৰমে কৰা মৰমৰ কথা তাই আৰু কাকো ক'ব নোৱাৰিব। খকুৱা আৰু নিষ্ঠুৰ অগ্নিয়ে এই সকলো বোৰ সামৰি ল'ব। তাইৰ এই শৰীৰটো জোহবাবাইহঁতৰ আগতে চিতাৰ জুয়ে জীয়াই জীযাই পুৰিবলৈ আৰম্ভ কৰিব। তাই কি চাই থাকিব? তাই কি চাই থাকিব?

জোহৰাবায়ে মূৰ আফালি আফালি কান্দিবলৈধৰিলে। মিথিয়াবায়ে ইতিমধ্যে একো ভাবিব নোৱাৰা হৈছিল। তাই অধমৃত অৱস্থা প্ৰাপ্ত হৈছিল। অলপ আঁতৰতে বেৰত মূৰ খুন্দিয়াই খুন্দিয়াই জোহৰাবাইক হিয়ালি জিয়ালিকৈ কান্দি থকা দেখি তাই চকুদুটাৰে টলটলকৈ চাবলৈ ধৰিলে। তাইৰ প্ৰায় অৰ্ধ চেতনা লুপ্ত শৰীৰটো প্ৰবল ভূমিকম্পত সৌধ জোকাৰখোৱাৰ দৰে জোকাৰ খাই উঠিল। লাহেকৈ উঠি গৈ জোহৰাবাইক ছোওঁ ছোওঁ হওতেই বৰ ডাঙৰকৈ বিকট চিঞৰ এটা মাৰি তাই জোহৰাবাইৰ ওচৰতে পৰি গ'ল।

পুলিচজন দৌৰি জুপুৰীৰ ভিতৰলৈ সোমাই গ'ল। উপপৰিদৰ্শক জনো দৌৰি সোমাই গ'ল।

নাইডুৱে পণ্ডিতজীৰ হতুৱাই মাইকযোগে জনসমাগমৰ মাজত প্ৰচাৰ কৰোৱালে যে সতী যোৱাৰ বাবে পূৰ্বানিৰ্দিষ্ট সময় অশুভ আৰু সেযেহে উক্ত কাৰ্য্য পাছদিনাই অনুষ্ঠিত হ'ব।

জনতাৰ মাজত প্ৰচুৰ হুলস্থূল আৰম্ভ হ'ল। কেইবাটাও গোটৰ মাজত খণ্ড ৰণৰ সৃষ্টি হ'ল। এজন দুজনকৈ লাহে লাহে উভতি যোৱাৰ পথত অগ্ৰসৰ হ'ল।

হৈ চৈ কৰি মানুহবোৰ ভিৰ কৰি চলিবলৈ আৰম্ভ কৰা গাড়ীবোৰৰ ভিতৰত উঠিল, ওপৰত উঠিল আৰু সোঁৱৰবোৰে ওলমিল। পদযাত্ৰীবিলাক ইতিমধ্যে বহুদূৰ গ'ল।

সন্ধিয়া প্ৰায় চাৰে ছয় বজাতহে জনতাৰ শেষ জুমটো আঁতৰ হ'ল।

চিতা জ্বলি চাই হৈ গ'ল।

নাইডুৱে মিথিয়াবাই আৰু পণ্ডিতজীক গাড়ীত তুলি ল'লে।

কোনোমতে সৈমান নোহোৱা মিধিযাবাইক নাইডুৱে বুজাই বৰাই ভয় দেখুৱাই গাড়ীত তুলিলে ।

নাইডুৱে মিধিযাবাইক সতী যাব খোজাৰ কাৰণ সুধিলে । তাই প্ৰথমতে মানুহে বাধ্য কৰোৱাৰ কথা ক'লে কিন্তু খন্তেক পিছতে তাই সুৰ সলনি কৰি ক'লে— য ধোঁৱা কোৱা দেখা সংসাৰৰ পৰা তাই পলাই সাৰিব বিচাৰিছিল । নাইডুৱে তাইক নিৰ্ভয় দিলে চৰকাৰে তাইক সংস্থান দিব ।

নাইডুৱে পথে পথে ভাবিলে, অন্ধবিশ্বাসৰ প্ৰত্যাহ্বান জনোৱা বিপজ্জনক যদিও চৰকাৰে ইযাৰ বিৰুদ্ধে প্ৰতিকাৰমূলক সকলো ব্যৱস্থা অতি কঠোৰ আৰু কাৰ্য্যকৰীভাবে গ্ৰহণ কৰিবই লাগিব । সিন্ধু সভ্যতাৰ এই কলংক বিন্দুৱে যাতে আৰু অ াক বাক কৰিব নোৱাৰে ।

---

ৰচনা ১৯৮৩ চন

# মিছেছ ফুকন

পাৰাটোৰ সকলো মানুহকে নিমন্ত্রণ কৰি বিদ্যুৎ বৰ্ডৰ চাকৰিয়াল ফুকনে এটা ডাঙৰ পাৰ্টি দিলে। অভ্যৰ্থনাৰ বিৰাট আয়োজনে নিমন্ত্রিত অতিথিৰ চকুত চমক লগালে। খোৱা বোৱা কৰি সকলোৱে ফুকনৰ শলাগ ল'লে। ঘৰাঘৰি যাবৰ পৰত সকলোৱে মিছেছ ফুকনৰ পৰা বিনয় বচনেৰে বিদায় ল'লে।

সমূহ অতিথিৰ প্ৰস্থানৰ পিছত ফুকনে তেওঁৰ মিছেছক সুধিলে— সকলোৱে বাৰু সমানে তৃপ্ত হৈ গ'ল নে? মিছেছ ফুকনে উত্তৰ দিলে— মই ভালদৰেই লক্ষ্য কৰিছো সকলো মানুহেই বিৰাট তৃপ্ত হৈ গৈছে। মিছেছ ফুকনৰ উত্তৰ শুনি ফুকনে সন্তুষ্ট হৈ ক'লে -হওক তেওঁ; ভগবানৰ আশীৰ্বাদ।

স্বামীৰ অতুল ক্ষমতা আৰু যশে পাৰাটো খলক লগোৱা দেখি মিছেছ ফুকনৰ সুগোল ৰক্তিমাভ গাল দুখনি অধিক গোল হৈ ফুলি উঠিল। পাৰ্টিৰ পাছত তেওঁ সকলো চুবুৰীয়াৰ মাৰ উমান ল'লে— পাৰ্টিটোৰ বিষয়ে তেওঁলোকৰ মন্তব্য কি।

চুবুৰীয়া মিছেছ বৰুৱাই মিছেছ ফুকনক ক'লে—ফুকনে দিয়া পাৰ্টিটোৰ কথা কোনেও সহজতে পাহৰিব নোৱাৰে। আপ্যায়নৰ জুতি সকলোৰে জিভাত দ'কৈ বহি গৈছে।

—কি পাইছে আপোনালোকেহে জানে আৰু। আমি যি পাৰো, সামৰ্থ্য অনুসৰিহে সোধ পোচ কৰিলো মাত্র। মিছেছ ফুকনে নম্ৰভাৱে ক'লে।

—কেলেই হ'ব ? সঁচা কথা ক'বই লাগিব। ফুকনৰ বিৰাট আয়োজন আৰু উদাৰ আতিথ্যৰ কথা সিদিনা সকলোৱে একমুখে স্বীকাৰ কৰিছে।

—অৱশ্যে এইটো ঠিক যে তেখেত একেবাৰে দয়াৰ আধাৰ। মানুহক খুৱাই বুৱাই বিৰাট স্ফূৰ্তি পায়। মিছেছ বৰুৱাৰ বক্তব্যৰ প্ৰত্যুত্তৰত মিছেছ ফুকনে ক'লে।

—আমাৰ পাৰাটোত এনেকুৱা পাৰ্টি আজিলৈকে কোনেও দিয়া নাই। মিছেছ বৰুৱাই ক'লে।

—হ'ব আৰু। ইমানকৈ প্ৰশংসা নকৰিব।

মিছেছ বৰুৱা যোৱাৰ পিছত মিছেছ ফুকনে অপৰিমিত আত্ম গৌৰৱত নিজৰ ফুলি উঠা স্নগোল ৰক্তিমাভ গালত হাত ফুৰাই চালে।

কেইদিনমানৰ পাছত একেটা পাৰাৰে বাসিন্দা ৰাজকোঁৱৰে অন্য এটা পাৰ্টি দিলে। আমন্ত্ৰিত হৈ ফুকন দম্পতিও পাৰ্টি খাবলৈ গ'ল। পাৰ্টিটোৰ আয়োজন তুলনামূলকভাৱে ফুকনে দি যোৱা পাৰ্টিটোতকৈ বেছি আছিল। মিছেছ ফুকনৰ গাল দুখন সংকুচিত হৈ ৰক্তিমাভ বৰণৰ কিছু উজ্জ্বলতা কমিল।

পিছদিনা মিছেছ ফুকন বৰুৱাৰ ঘৰলৈ গ'ল।

মিছেছ বৰুৱাই তেওঁক বহিবলৈ দি ওচৰ চাপি লৈ ক'লে,—কালি ৰাজকোঁৱৰে দিয়া পাৰ্টিটোৱে আমাৰ পাৰাটোত আগতে হৈ যোৱা সকলো পাৰ্টিৰ কথা পাহৰাই পেলাইছে।

—ওচৰ চুবুৰীয়াক এনেকৈ পাৰ্টি দি ৰাজকোঁৱৰে নিজৰ আভিজাত্য প্ৰদৰ্শন কৰিব খোজা দেখি কালি মোৰ হাঁহিহে উঠিছিল। মিছেছ বৰুৱাৰ বক্তব্য হাঁহিৰে উৰুৱাই মিছেছ ফুকনে ক'লে।

—বাদ দিয়কচোন সেইবোৰ কথা। তথাপিও আয়োজনৰ বাহাৰ দেখি আপুনি জানো ভোল যোৱা নাই?

—কিনো ভোল যাব লগা কথা? ৰাজকুমাৰ, আগৰৱালাইঁতে সাধাৰণ চাহমেলৰ বাবেই এনেকুৱা আয়োজন কৰে। কথাত তল নপৰি মিছেছ ফুকনে ক'লে।

—তেনেকুৱা মাৰ্চেণ্টৰ লগত আপুনি কিয় ৰাজকোঁৱৰৰ তুলনা কৰে? ৰাজকোঁৱৰ চাকৰিয়ালহে।

তেন্তে ৰাজকোঁৱৰে ডেউকা অনুসৰি ঘুৰে কিয়?

মিছেছ বৰুৱাই মিছেছ ফুকনৰ ৰোষৰ কাৰণ বুজা নহয়। গতিকে তেও মিছেছ ফুকনক সন্তুষ্টি দিব পৰা কথাৰ প্ৰসংগ আৰম্ভ কৰিলে।

হাইস্কুলত পঢ়ি থকা মিছেছ ফুকনৰ লৰাটোক এদিন কিবা কাৰণত মিছেছ শৰ্মাই বিচাৰি আহিল।

—পৰিণীত ঘৰত আছেনে? মিছেছ শৰ্মাই মিছেছ ফুকনক সুধিলে।

—আছে।

—তাক মই কালি সৰু কাম এটা কৰিবলৈ দিছিলো। কৰিলোনে নাই জানো? মাতকচোন বাৰু, সুধি চাওঁ।

—সি তাৰ কোঠাত সোমাই পঢ়ি আছে। কালি মই ইংলিছ নভেল দুখন কিনি আনিলো। পঢ়িম বুলি। সি দুয়োখনকে লৈ গৈ নিজৰ কোঠাত সোমাল। মই এখনৰো এটাও পাত এতিয়ালৈকে লুটিয়াবলৈ পোৱা নাই। বুজিছে মিছেছ শৰ্মা, ল'ৰাটো বৰ অধ্যয়ন

পিপাসু হ'ল। কিতাপ পালে এবিবকে নোখোজে। নিজৰ ল'ৰাৰ যোগ্য অনা প্ৰশংসা কৰি মিছেছ ফুকনে ক'লে।

—এৰা পৰিণীতে যথেষ্ট পঢ়া শুনা কৰে। শৰ্মা কন্দলিৰ ল'ৰা জনৰ অধ্যয়ন পিপাসা আক' পৰিণীততকৈ বেছি। পঢ়া সময় নষ্ট হয় বুলি সি চাহ জলপান, ভাত-পানী অতি কম পৰিমাণে কম সময়ৰ ভিতৰতে খায়। বয়সৰ অনুপাতত তাৰ জ্ঞান বহুগুণে বেছি। শ্ৰেণীত শিক্ষকসকলক সি বুদ্ধিদীপ্ত প্ৰশ্ন সুধি বিমোৰত পেলায়। —এ তাৰ কথানো কয় কি? সি এটা কিতাপৰ পোকহে। পৰৰ প্ৰশংসা সহিব নোৱাৰি মিছেছ ফুকনে মন্তব্য কৰিলে।

ফুকনৰ পদোন্নতিৰ খবৰ পাই ওচৰ চুবুৰীয়া, বন্ধু বান্ধৱ, মিতিৰ কুটুম আদি সকলোৱে অভিনন্দন জনালেহি। শুভবাৰ্তাৰ বিত, খবৰ ল বলৈ পাৰাটোৰ মিছেছসকলো আহিল। ওৰ নপৰাকৈ কথাৰ বকলা মেলা মিছেছসকলক চাহ জলপান খুৱাই মিছেছ ফুকনে সঞ্চালনিকৈ ক'লে—আচলতে তেখেতৰ প্ৰমোচন কেতিয়াবাই হ'ব লাগিছিল। লগৰ মানুহবোৰে কয—আমাৰ ডিপাৰ্টমেণ্টৰ ভিতৰত ফুকনেই আটা ইতকৈ কাম জনা মানুহ। গতিকে কৰ্তৃপক্ষৰ কাৰচাজিৰ বাবেহে তেখেতৰ ইমানদিনে প্ৰমোচন হোৱা নাছিল।

ইফালে গডকাপ্তানী বিভাগৰ গোঁহাইৰো প্ৰমোচন হ'ল। গোঁহাযেও ফুকনৰ সমানে অভিনন্দন পালে। স্বয় ফুকনেও গোঁহাইক শুভেচ্ছাসহ অভিনন্দন জনালে। কিন্তু মিছেছ ফুকনৰ উত্তেজনা বাঢ়িল। পাৰাটোত ডুপাকমান মাৰি তেওঁ কেইগৰাকীমান মিছেছক জনাই থৈ আহিলগৈ যে ভাৰভেটী দিযাৰ ফলতহে গোঁহাইৰ প্ৰমোচন সম্ভৱ হৈছে।

পৰিণীতে মেট্ৰিক ফেল কৰিলে। ফুকনে বেজাৰ নকৰি তাক পুনৰ ভালকৈ পৰীক্ষা দিবৰ বাবে উৎসাহ দিলে।

মিছেছ ফুকনে কিন্তু বৰ বেজাৰ মনেৰে কোঠা এটাত বহি আছিল। মিছেছ ইছলাম আহি ওলাল। মিছেছ ফুকনক মন মাৰি থকা দেখি তেও সুধিলে—আপুনিযে মন মাৰি আছে। কাৰণটোনো কি?

—কিনো ক'ম? ল'ৰাটোৱে দুৰ্ভাগ্যক্ৰমে মেট্ৰিক ফেল কৰিলে। সি ফাৰ্ষ্ট ডিভিজন পাব লাগিছিল।

—নহয় বুজিছে, এইবাৰ সকলোৱে ৰিজাল্ট বেয়া। দাসৰ ল'ৰাটোৱেও বেয়া কৰিলে।

—পাটগিৰিৰ ছোৱালীজনীয়ে কেনে কৰিলে?

তাযো বেয়া কৰিলে। আনকি প্ৰফেছাৰ আলিৰ ছোৱালী জনীয়েও বেয়া কৰিলে।

—তাৰমানে আমাৰ পাৰাটোৰ সকলো'ৰ প্লাক মাৰিলে?

—অ সকলোৱে প্লাক মাৰিলে। মিছেছ ফুকনে ব্যৱহাৰ কৰা নতুন শব্দটো উচ্চাৰণ কৰি মিছেছ ইছলামে বৰ আমোদ পালে।

মিছেছ ফুকনৰ মুখমণ্ডল সপ্ৰতিভ হৈ উঠিল। মিছেছ ইছলামৰ সতে পতা প্ৰতিটো কথাতে তেওঁৰ মুখেদি হাহি বাগৰিল।

এশ ত্ৰিশ হাজাৰ টকা খটুৱাই ফুকনে নতুন ডিজাইনৰ আসাম টাইপৰ ঘৰ এটা সজালে। সাতোটা কোঠাযুক্ত ঘৰটো আকাৰত যথেষ্ট ডাঙৰ। অঞ্চলটোৰ ভিতৰতে ই এটা জাকত জিলিকা ঘৰ

হৈ উঠিল। তেওলোকৰ ঘৰলৈ যিয়ে আহে সিয়ে ঘৰটোৰ বৰ্ণনা কৰে। গুণ গান শুনি মিছেছ ফুকনৰ মন ভৰি যায়।

উত্তৰত তেও সকলোকে কয় বুজিছে, আমাৰ ব৲শ পৰিয়াল বহুত। ফুৰিবলৈ বুলি ব৲শৰ মানুহ কেতিয়াবা আহিলে আমাৰ ঘৰত আগতে ঠায়ে নটা হৈছিল। সকাম নিকাম আদিতো বৰ মস্কিল হৈছিল। এতিয়া হযতো কিঞ্চিতমান ৰক্ষা পৰিম। দুই চাৰিজন মানুহক সুবিধাজকভাবে ৰাখিব পাৰিম।

পিছৰ বছৰত দুই লাখ টকা খৰচ কৰি বৰুৱায়ো এটা প্ৰকাণ্ড ঘৰ সজালে। বৰুৱাৰ ঘৰটো ফুকনৰ ঘৰটোতকৈও ডাঙৰ আৰু ধুনীয়া। কথাটো মিছেছ ফুকনৰ বিন্দুমাত্ৰও সহ্য নহ'ল। বৰুৱাৰ ঘৰৰ ঘৰ লোৱা সকামলৈ গৈ মিছেছ ফুকনে ঘৰটোৰ সৰ্বক্ষেত্ৰতে চকু ফুৰাই চালে। আন কেইগৰাকীমান মহিলাৰ সতে একেলগে বহি থাকোতেই তেও মিছেছ বৰুৱাক ক'লে—আপোনালোকে সঁচাকৈয়ে এটা অট্টালিকা সদৃশ ঘৰ সজাই উলিয়ালে। আপোনালোকক এতিয়া কোনেও ধনী নোবোলাকৈ থাকিব নোৱাৰে। তথাপি চাব, বহুতে কিন্তু সন্দেহ কৰিব যে চাকৰিৰ বাদেও বৰুৱাৰ অন্য কিবা চোৰা৲ কাৰবাৰ আছে।

—তেনে ক্ষেত্ৰত ফুকনকো সন্দেহ কৰাৰ স্থল আছে। মিছেছ ফুকনৰ কথাত আঘাত পাই মিছেছ বৰুৱাই ক'লে।

—আমাৰ তেখেতক সকলোৱে জানে নহয়, বিবাহ লগ্নৰে পৰা লাগি থাকি এতিয়াহে লাভ কৰি কেনেকৈ ছাউছি৲ লোনেৰে ঘৰটো

সজাইছে। তদুপৰি আপোনালোকৰ ঘৰটোৰ তুলনাত আমাৰ ঘৰ টোনো ঘৰনে? মিছেছ ফুকনে ধুনীয়াকৈ উত্তৰ দিলে।

ফুকনৰ ঘৰৰ সোঁফালে ঢাপে ঢাপে লাগি থকা ঘৰটো কুঞ্জ কেৰাণীৰ। কুঞ্জ কেৰাণীৰ ডাঙৰজনী ছোৱালী মনে বছা ল'ৰা এটালৈ মনে মনে বিয়া হৈ গুচি গ'ল। ফুকনে কেৰাণীক সান্ত্বনা দিবলৈ গ'ল। ফুকনৰ আগত বোলে কেৰাণীয়ে বৰ দুখ কৰি কান্দিলে।

কেৰাণীৰ জীয়েকৰ ঘটনাটো নগৰখনৰ সকলোৰে আগত প্ৰচাৰ কৰাৰ দায়িত্বটো যেন মিছেছ ফুকনৰ ওপৰত পৰিল। সুবিধা বুজি মেল মাৰি নগৰখনৰ অসংখ্য পুৰুষ মহিলাক তেওঁ ঘটনাৰ ইতিবৃত্ত জনালে। স্বভাব চৰিত্ৰৰ প্ৰশ্নোত্তৰত তেৱেঁই স্পষ্টীকৰণ দিলে— শিক্ষা থাকিলে কি হ'ব? সেইজনী ছোৱালীৰ দৰে ছোৱালী পলাই নগৈ বিয়া হৈ যাবনে?

পঢ়া শুনা কৰিব নোৱাৰি কোম্পানীৰ ঠিকাৰ কাম লৈ দুপইচা মান কৰি ফুকনৰ ল'ৰাটোৱে ছোৱালী এজনী পলুৱাই নি নগৰত ভাৰাঘৰ ল'লে। পুতেকৰ কুকাৰ্য্যত ফুকনে বৰ লাজ পালে। তেওঁ মানুহৰ আগত মূৰ তুলিব নোৱাৰা হ'ল। মিছেছ ফুকনে কিন্তু ভিতৰি ভিতৰি লাজ পালেও বাহ্যিকভাবে সেইটো প্ৰকাশ কৰি নেদেখুৱালে। সত্যতা নিৰূপণ কৰিবলৈ দিনটোৰ ভিতৰত বহুতো মানুহ তেওঁলোকৰ ঘৰলৈ আহিল।

অন্তৰংগ বন্ধুত্ব থকা মিছেছ বৰুৱাইঁতে তেওক ক লে—যি হ'ল হ'ল আৰু চিন্তা নকৰিব। ভাল ছোৱালীক বিয়া কৰাইছে যদি এবো বেয়া হোৱা নাই।

—মইনো চিন্তা কৰিম কি বুলি? তাইতো মোৰ পছন্দৰ ছোৱালী—। কেৱল এখেতৰ মত নথকাৰ বাবেহে সি তেনে কৰিব লগা হ'ল।

—তেন্তে সিহঁতক ঘৰলৈকে লৈ আনক।

—মই সিহঁতক আদৰ সাদৰ কৰি অহাকালিৰ ভিতৰতে ঘৰলৈ আনিম।

—আগে আগে ফুকনক বুজাই ল ব। নহ'লে ফুকনে খংৰাগ কৰিব পাৰে।

—তেখেতে কি হকত খং বাগ কৰিব? মোৰ ল'ৰাই পুৰুষোচিত কাম কৰিছে।

আমেৰিকাত থকা ফুকনৰ ডাঙৰ ভায়েকজনৰ আমন্ত্ৰণক্ৰমে ফুকন দম্পতি বিদেশ ভ্ৰমণৰ বাবে সাজু হ ল। শুভাকাংক্ষী সকলোৱে ফুকন দম্পতিক শুভেচ্ছা জনালে। বেংক আদিৰ পৰা ফুকনে লোৱা সাহায্যৰ উপৰিও কথাৰ জোৰতে মিছেছ ফুকনেও প্ৰয়োজনীয় অৰ্থ সংগ্ৰহ কৰিলে। নাম কৰি উঠা ঠিকাদাৰ পুতেক পৰিণীতেও টকাৰ মোটা পৰিমাণ এটা বাপেক মাকক যোগাৰ কৰি দিলে। পুতেক বোৱাৰীয়েকক ঘৰ ৰখীয়া থৈ ফুকন দম্পতি বাওনা হ'ল।

আমেৰিকাৰ পৰা উভতি অহাৰ পাছত কিছুদিনলৈ মিছেছ ফুকনক 'নাৰী-স্বাধীনতা'ক লৈ সতৰ্ক হোৱা দেখা গ'ল। তেওঁ কথাই কথাই মাজে মাজে নাৰী পুৰুষ উভয়ৰে আগত কোৱা হ'ল— আমেৰিকাৰ নাৰীয়ে গাড়ী ঘাগী সকলো চলাইছে। কিন্তু আমাৰ ছোৱালীয়ে চাইকেল চলালেই পুৰুষবিলাকে কৈ উঠে—মহিলাই দেশ খালে আৰু দেই। আমেৰিকাৰ নাৰীয়ে শিক্ষা বাণিজ্য-চাকৰি আদি সকলোতে পুৰুষৰ সৈতে সমানে স্থান পাইছে। কিন্তু আমাৰ ইয়াত নাৰীয়ে ৰন্ধন আৰু কেচুৱা পালনৰ চুক্তিবদ্ধ দায়িত্ব এৰি অন্য কৰ্ম ক্ষেত্ৰৰ কথা ভবাটো অবাঞ্ছনীয়। আমেৰিকাৰ নাৰীয়ে স্বাধীনমনে নৈশ ক্লাবলৈ গৈ ধূমপান মদ্যপান কৰি, পুৰুষৰ সতে একেলগে নাচি বাগি দিনটোৰ ক্লান্তি আঁতৰাই সুন্দৰভাৱে জীৱন উপভোগ কৰে। কিন্তু আমাৰ ইয়াৰ নাৰীয়ে সপ্তাহৰ মূৰত এদিন নাম ল'বলৈ নাম ঘৰলৈ যাবলৈকো আহৰি নেপায়। কিযে আকাশ পাতাল ব্যৱধান! এই ব্যৱধান আমি নোহোৱা কৰি নাৰী স্বাধীনতাৰ সকলো সুবিধা গ্ৰহণ কৰিব লাগে।

মিছেছ ফুকনে এনেকুৱা কথা বহুদিন ক'লে। কিন্তু মিছেছ সিদ্ধান্তৰ ঘৰলৈ গৈ এদিন তেওঁ ফলটো পালে। আমেৰিকাৰ নাৰীৰ ওপৰত দীঘল বক্তৃতা এটা শুনি লোৱাৰ পাছত মিছেছ সিদ্ধান্তই তেওঁক প্ৰশ্ন কৰিলে—আপোনাৰ বোৱাৰীৰ আগত বাৰু আপুনি আমেৰিকাৰ নাৰীসকলৰ কথা কৈছেনে?

—কৈছো। মিছেছ ফুকনে টপৰাই উত্তৰ দিলে।

—তাৰ বোৱাৰীবিলাকৰ কথা কৈছেনে? তাৰ বোৱাৰীয়েক বিলাকেযে শাহুয়েকৰ শাসন মানি ভয়ে ভয়ে মূৰ দোঁৱাই ফুৰিব নালাগে, শাহুয়েকক নোসোধাকৈয়ে য'লৈ-ত'লৈ যাব পাৰে, পৰপুৰুষৰ

লগত অবাধে হুলি গলি কৰিব পাৰে—সেইবোৰ কথা আপুনি আপোনাৰ বোৱাৰীক কৈছেনে ?

—নাই কোৱা ।

—কিয় কোৱা নাই ?

- বোৱাৰীক তেনেকুৱা নাকীছিঙা ম হ হ'বলৈ এৰি দিব পাৰিনেকি ? যি বোবাৰীয়ে মানীজনৰ আগত ওৰণি লয়, শাহুৱেক শহুৰেক গিৰিযেকৰ অনুমতি নোলোবাকৈ কোনো কামলৈ আগনাবাঢ়ে আৰু তেওলোকৰ আদেশ নিৰ্দেশৰ প্ৰতিবাদ নকৰে, নিজৰ পুৰুষৰ বাহিৰে অন্য পুৰুষৰ ছাও নাচায—সেই বোৱাৰী ঘৰৰ লক্ষ্মীস্বৰূপা ।

—বুজিছে মিছেছ ফুকন, নিজৰ বোৱাৰীক কু সংস্কাৰত ডুবাই ৰাখি অন্যদেশৰ নাৰী সংস্কাৰৰ কথা কৈ আপুনি প্ৰশস্তি গাই নুফুৰিব । আমেৰিকালৈ গৈ আপুনি চকু বহল কৰি আনিলেও মন বহল কৰি আহিব নোৱাৰিলে । আমি কিন্তু বিদেশ নেদেখা কৈযে মন বহলাবলৈ চেষ্টা কৰিছো । আপুনি আপোনাৰ বোৱাৰীক নিদিয়া বহুখিনি স্বাধীনতা মই মোৰ বোবাৰীক দিওঁ ।

সৌভাগ্যক্ৰমে মিছেছ সিদ্ধান্তযো বিদেশ ভ্ৰমণৰ সুযোগ লাভ কৰিলে । তেওৰ স্বামী বিশ্ববিদ্যালয়ৰ অধ্যাপক ড সিদ্ধাৰ্থ সিদ্ধান্তই জন কৃষ্টি বিভাগৰ এবছৰীযা অধ্যাপনাৰ বাবে আমেৰিকাৰ বিশ্ববিদ্যালয় এখনৰ পৰা আমন্ত্ৰণ পালে । অকলে যোবাতকৈ অনুমোদন লৈ মিছেছকো তেও লগতে ল'লে ।

বন্ধুবৰ সিদ্ধান্তই এনে দুৰ্লভ আমন্ত্ৰণ পোৱা জানি ফুকন আহ্লাদিত হ'ল । মিছেছ ফুকনৰ মনটো হ'লে তিতিকি তিতিকি লাগিল ।

সিদ্ধান্ত দম্পতিৰ যাত্ৰাৰ পাছত মিছেছ ফুকনে সজোৰে প্ৰচাৰ কৰিলে--সিদ্ধান্তই আমেৰিকালৈ অধ্যাপনাৰ বাবে যোৱাটো সম্পূৰ্ণ মিছা কথা। সিদ্ধান্ত স্মাগলিং ব্যৱসায়ৰ সতে জড়িত বুলি আনে নাজানিলেও মই আগৰে পৰা জানো। অধ্যাপনাৰ কথাটো এটা অজুহাত মাথোন।

কথাটো বিশ্বাস হয়তো কেৱে নকৰিলে। তথাপি মিছেছ ফুকনে প্ৰচাৰ চলাই গ'ল।

মিছেছ পাটগিৰিয়ে আহি মিছেছ ফুকনক মিছেছ আলিৰ বেমাৰৰ কথা জনালে। খবৰটো শ্ৰৱণ কৰিযেই মিছেছ ফুকনে ক'লে—মানুহগৰাকী বৰ ঢিলা বুজিছে। তেওঁৰ ইটো সিটো বেমাৰ হৈযেই থাকে আৰু সামান্য অসুখতে বিচনাত পৰে।

— তেনেকৈ কেলৈ কৈছে? মইতো ইয়াৰ আগতে তেওঁৰ বেমাৰ হোৱাৰ কথা শুনাই নাই।

— আপুনি সকলো খবৰ নাপায় নহয়। মইহে পাওঁ।

এইবুলি কৈয়েই তেওঁ কাপোৰ কানি পিন্ধি ওলাল আৰু বাটে বাটে মিছেছ পাটগিৰিক বেমাৰ সম্বন্ধে তেওঁৰ জ্ঞান গৰিমা ৰাশি কৈ গ'ল।

তাৰ কেইমাহমানৰ পিছত মিছেছ ফুকনো এবাৰ বেমাৰত পৰিল। সকলো মিছেছ তেওঁৰ খবৰ ল'বলৈ আহিল। পাটিৰ পৰা তেওঁ সকলোকে একেখিনি কথাকে কৈ গ'ল—সৰুৰে পৰা মোৰ আজিলৈকে বেমাৰ হোৱাৰ কথা মই ক'বই নোৱাৰোঁ। এতিয়াও মই গুৰুত্ব

দিয়া নাছিলোঁ। এখেতেহে হৈ চৈ লগাই মোক পাটিত পৰিবলৈ বাধ্য কৰিলে। এতিয়াও মই ঘূৰি-পকি থাকিব পাৰোঁ। কিন্তু ডাক্তৰৰ কথামতেহে ৰেষ্ট লৈ আছো।

—নাই নাই তেনে নকৰিব। ডাক্তৰৰ কথাখিনি মানি চলিব লাগে। দৰব পাটিখিনিও নিয়মমতে খাব। নিয়ম ভংগ নকৰিব। কৰ্ছ কমপ্লিট কৰি খাব। তেহে সোনকালে স্বাস্থ্য ঘূৰাই পাব। মিছেছ ভূঞাই ক'লে।

—দৰৱ পাতি কমকৈ খাম কিয়? এখেতক মই অলপ বেছিকৈহে আনিবলৈ কৈছো।

—বেছিকৈ কিয়? মিছেছ বৰাই তপৰাই সুধিলে।

—এনেযে। পাৰাটোত কেতিযাবা কাৰোবাক লাগে বুলি।

মিছেছ ফুকন মানুহজনী এনেযে খীন। বেমাৰত পৰাৰ পিছত শুকাই খিনাই তেওঁৰ আৰু অৱস্থা নাইকীয়া হ'ল। আচঁীত নিজৰ মুখখন চাই তেওঁৰ নিজৰে খং উঠা হ'ল।

মিছেছ বৰুৱাই এদিন সমদুখী হৈ ক'লে—আপুনি সঁচাকৈয়ে বৰকৈ খীনালে।

—এৰা, মোৰ চেহেৰা এতিয়া মিছেছ গোঁহাইৰ সতে একে হৈ পৰিল। মিছেছ ফুকনে অতি স্বাভাৱিক সুৰত ক'লে।

মিছেছ গোঁহাইৰ ৰঙা বগা শকত আৰু ধুনীয়া চেহেৰাটোৰ সতে মিছেছ ফুকনে নিজৰ বৰ্তমানৰ সৌন্দৰ্যহীন চেহেৰাটো তুলনা কৰা দেখি মিছেছ বৰুৱাই পৰম কৌতুকবোধ কৰিলে।

নগৰখনত টি, ভি চেণ্টাৰ স্থাপন হোৱাৰ লগে লগে ঘৰে ঘৰে টি, ভি, লোৱাৰ ধুম পৰিল।

পাৰাটোৰ বৰৱা আৰু ৰাজকোঁৱৰে ফুকনতকৈ আগেয়ে টি, ভি, ল'লে।

মিছেছ ফুকনে মিছেছ বৰুৱাৰ ঘৰত টি, ভি, চাবলৈ গ'ল। টি, ভি টো ওপৰে তলে চাই তেওঁ মন্তব্য কৰিলে—বেযা নহয়।

মিছেছ বৰুৱাই ক'লে- আপোনালোকে লোবা নাই কিয়? সোনকালে লওক। দেশ বিদেশৰ ইমান ধুনীযা ধুনীযা চিনেমা দি থাকে। যোৱাকালি সন্ধিয়া বিহুৰ অনুষ্ঠান এটাও প্ৰদৰ্শন কৰিলে।

মিছেছ ফুকনে ক'লে—আমাৰ হয়তো দুদিনমান দেৰি হ ব। আমি বিশেষ টি, ভি, এটাৰ কাৰণে বাট চাই আছো। সেইটো টি, ভি, ৰ কাৰিকৰী সূক্ষ্মতা আপোনালোকে কিনি অনাবোৰতকৈ বেছি হ ব। কাৰণ সেইটো টি, ভি, ৰ নিৰ্মাণস্বত্ব কেবল ভাৰতৰে নহয়। শিল্পোন্নত জাপান তাৰ অন্যতম কলাবৰেটৰ।

এইদৰে কোৱাৰ কেইদিনমানৰ পিছত ফুকনে টি, ভি এটা কিনি আনিলে। মিছেছ বৰুৱাহত আহিল তেওলোকৰ টি, ভি, টো চাবলৈ। টি, ভি, চাই মিছেছ বৰুৱাই হাঁহি মাৰি ক'লে এইটো টি ভি, দোখোন মই বহুতৰ ঘৰত দেখিছো। এইটো ভাৰতত বনোৱা টি, ভি হে।

—মানে মই কোৱা টি, ভি, টোলৈ বহুদিন ৰ'ব লাগিব। ইমান দিন বৈ থাকোঁ কিয়? সেই ভাবিয়েই এইটো কিনি আনিলোঁ।

সেইটো টি, ভি, অহা মাত্রেই কিনিম। এইটো তেতিয়া একত্রা হৈ থাকিব।

মিছেছ ফুকনৰ উত্তৰে মিছেছ বৰুৱাক নিৰ্বাক কৰি দিলে।

জনদিযেক বন্ধুৰ উচটনিত আৰ মিছেছৰ প্ৰেৰণাত ফুকনে বিধান সভাৰ নিৰ্বাচনত প্ৰাৰ্থীৰূপে থিয় দিলে। পাৰাটোৰ সকলোৱে ফুকনৰ হৈ বিৰাট অভিযান চলালে। পৰিণীতেও উৎসাহিত মনেৰে দেউতাকৰ নিৰ্বাচনী অভিযানত হাজাৰ হাজাৰ টকা খৰচ কৰিলে।

ফুকনৰ ঘৰখন ৰাজহুৱা ভোজনালয যেন হৈ পৰিল। দিনে ৰাতিয়ে কিমান মানুহে ভাত জলপান খাই যায হাত মুকলি মিছেছ ফুকনে তাৰ কোনো হিচাপ নাৰাখে। গতিকে ফুকাৰ হকে নিৰ্বাচনী অভিযানত ঘূৰা নুঘূৰা সকলোৱে ছেগ বুজি খোৱা লোৱাৰ সুবিধা গ্ৰহণ কৰিলে।

বিভিন্ন অঞ্চলত জনতাক লগ পাবলৈ ফুকনে দিন ৰাতি ভাগৰ নপলোৱাকৈ বাহিৰত ঘূৰে। মিছেছ ফুকনে কিন্তু দুই চাৰিজন সন্মুখত লৈ ঘৰতে বক্তৃতা আৰম্ভ কৰে যে জাতিক সেৱা কৰাটোৱেই “এইম ইন লাইফ হোৱাৰ বাবেই তেখেতে নিৰ্বাচনত নামিছে।

নিৰ্বাচনৰ যুজত ফুকন হাৰিল। তেওঁলোকৰ পাৰাটোৰ অনতি-দূৰৰ পৰা উঠা প্ৰাৰ্থীজনেই তেওঁৰ বিৰুদ্ধে জিকিল। ফুকন পৰিয়ালৰ বন্ধু ভাবাপন্ন পুৰুষ মহিলাসকলে সমদুখী হোৱাৰ ভাব প্ৰকাশ কৰিলে। অপ্ৰস্তুত নোহোৱাকৈ মিছেছ ফুকনে অভ্যাগতসকলক ক'লে—আমাৰ

তেখেত হাৰিল ভালেই হ'ল। তেখেতৰ নির্বাচনৰ জয়টোৱেই আমাৰ একমাত্র লক্ষ্য নাছিল। আচলতে এই ছেগতে আমি শ হেজাৰ ৰাইজৰ চৰণধূলা ল'লোঁ। ৰাজনীতিৰ পথাৰ মুঠেই সুখৰ ক্ষেত্র নহয়। ই মাত্র দুর্জনৰ শেষ আশ্রয় স্থল।

মিছেছ ফুকনৰ এই জটিল অভিব্যক্তিত প্রতিজন আভ্যাগত আচৰিত হ'ল।

উক্ত ঘটনাৰ পিছত বহুদিনলৈকে মিছেছ ফুকন বহু বিষয়ত মৌন হৈ থাকিল।

কিন্তু মিছেছ বৰুৱাহঁতে এটা মহিলা সংঘ খোলাৰ প্রচেষ্টা আৰম্ভ কৰিলে। মিছেছ ফুকনে প্রথমতে না না কৰিলে যদিও লাহে লাহে তেওঁলোকৰ সতে যাত্রা পথত ভৰি দিলে।

সর্ব সম্মতিক্রমে মহিলা সংঘটোৰ নাম দিয়া হ'ল "ফ্লোৰেন্স নাইটিংগেল মহিলা সংঘ।

মিছেছ বৰুৱাহঁতে বিশেষ জোৰ কৰিযেই মিছেছ ফুকনক সংঘটোৰ সভানেত্রী পাতিলে।

সভানেত্রীয়ে এখন বিশেষ সভাত এদিন "সমাজ সেৱা" নামৰ আলোচ্য বিষয় এটাৰ মোৰধৰি ক'লে যে তেওঁলোকে নগৰৰ হৰিজন ক'লনিত এদিন চাফাই অভিযান এটা চলোৱা উচিত। প্রায়বোৰ মহিলা সংগঠনেই অভিজাত ৰুচিবোধৰ বাবে এনেকুৱা কিছুমান কাম কৰিবলৈ কুণ্ঠিত হয়। গতিকে তেওঁলোকৰ মহিলা সংগঠনে এই

যুগব্যাপী পৰম্পৰাটো ভংগ কৰি নতুন পথৰ পথিকৃৎ হিচাপে আদৰ্শ দাঙি ধৰিব লাগে। সভানেত্ৰীৰ এই সুবিবেচিত সমাজজনিত আঁচনিৰ প্ৰতি সকলোৱে সমৰ্থন জনালে।

সভানেত্ৰীৰ পৰিচালনাত এদিন চাফাই অভিযানৰ ৰূপায়ণৰ বাবে সকলো মহিলা ৰাতিপুৱাই ৰাওনা হ'ল। চাফাই কাম আৰম্ভ কৰাৰ আগতে তেওঁলোকে কলনিখন এবাৰ ঘূৰি পকি ল'লে। সভা নেত্ৰীয়ে কঁকালৰ খোচনিৰ পৰা ৰুমালখন উলিযাই নাকত লোবাৰ লগে লগে কেইবাগৰাকী মহিলাযো তাকেই কৰিলে।

কলনিখন পাৰ হৈ নিৰাপদ স্থানত ভৰি দি সভানেত্ৰীয়ে মিছেছ বৰুবাক একাষৰীযাকৈ মাতি নি ক'লে,

—আপোনালোকে কৰিলে কৰক। মই যাও।

—কিয ? মিছেছ বৰুৱাই আচৰিত হৈ প্ৰশ্ন কৰিলে।

—এনেকুৱা লেতেৰা দুৰ্গন্ধময ঠাইত কাম কৰিব পাৰি নেকি ?

—তেনেহ'লে ক ত কৰিব ? অভিজাত চৌখিন সৌন্দৰ্য্য সচেতন মানুহেৰে ঠাহ খাই থকা আমোলাপট্টিত চাফাই কাম কৰিব নেকি ?

—আমোলাপট্টিলৈ যাম কিয ? আমিতো হৰিজন কলনিকে উদ্দেশ্য কৰি আহিছো। কিন্তু সিহঁতে যদি লেতেৰা হৈ থাকিবলৈ ভাল পায, আমি কিয চাফাই অভিযান চলাব লাগে ? সিহঁতক সিহঁতৰ ইচ্ছামতে থাকিবলৈ দিযক। আমি সিহঁতৰ জেগাত সিহঁতৰ ৰুচি বিগৰ্হিত কাম কৰা উচিত নহয।

মিছেছ বৰুৱাৰ মূৰত পকাচুলি দেখি মিছেছ ফুকনে এদিন হি হি কৈ হাঁহি দিলে।

ঘটনাক্ৰমে মিছেছ ফুকনৰ মূৰতো কোনো এগৰাকী মিছেছে এদিন পকাচুলি দুডাল আৱিষ্কাৰ কৰাত মিছেছ ফুকনে মন্তব্য কৰিলে কিবা দুৰ্বিপাকৰ ফলতহে এই দুৰ্ভগীয়া চুলি দুডাল পকিবলৈ পালে ।

তাৰ পিছদিনাৰ পৰা তেওঁ চুলিত কলপ লগোৱা আৰম্ভ কৰিলে ।

ৰাজহুৱা নামঘৰত এদিন আই সবাহ হৈছিল । প্ৰায়বোৰ মহিলাই তাত সমাবেত হৈছিল ।

বাকচৰ চাবি বিচাৰি ঘৈণীয়েকৰ ওচৰলৈ এহা বৰাই কথা ক্ৰমত তেওৰ কথা মনোযোগেৰে শুনিবলৈ লোৱা মহিলা কেইগৰাকীক ক'লে,

—আজি বৰ দুখলগা ঘটনা এটা ঘটিল । "বিশ্বটকীজ"ৰ সন্মুখত অললপতে বিয়া কৰোৱা ডেকা ল'ৰা এজনক মটৰে খুন্দিযাই মাৰিলে । তেওঁক মই চিনি পাওঁ । কলেজৰ লেকচাৰাৰ আছিল ।

চাবিটো লৈ বৰা গল ।

কিন্তু নামঘৰত এফালে আই নাম চলিল—
চকুভৰি পিঠাগুৰি বটা ভৰি গুৱা ।
গোপিনীয়ে স্তুতি কৰে দয়া কৰি যোৱা ॥

আনফালে এইমাত্ৰ শুনি লোবা দুৰ্ঘটনাক লৈ কথোপকথন চলিল । তাৰ ভিতৰত মিছেছ ফুকনৰ বক্তব্যাই উল্লেখযোগ্য হ'ল—ডেকা জনৰ স্ত্ৰীগৰাকী নিশ্চয় পতিব্ৰতা নাছিল । পতিব্ৰতা স্ত্ৰীয়ে স্বামীতকৈ আগেযে মৰণক সাৱটি লয আৰু স্বৰ্গবাসী হোৱাৰ সৌভাগ্য লাভ কৰে । স্ত্ৰীৰ দোষতেই স্বামীয়ে অকাল মৰণ পায ।

কথাষাৰ সকলোৰে কাণত পৰিল । কেৱে প্ৰতিবাদ নকৰিলে ।

আকস্মিক আৰু দুৰ্ভাগ্যজনকভাবে এদিন ফুকনৰ গুৰুতৰভাবে স্কুটাৰ এক্সিডেণ্ট হ'ল ।

মিছেছ ফুকনে কান্দি কাটি পগলাৰ দৰে হস্পিটাল পালেগৈ ।

ফুকন নাবাচিল ।

মিছেছ ফুকনে চেতনা হেৰুৱালে ।

চেতনা পাই তেওঁ মিছেছ বৰুৱাইঁতক তেওঁৰ ওচৰতে বহি কান্দি থকা পালে । মিছেছ ফুকনে কান্দি কান্দিয়েই ক'লে,

—মই যদিও সতী সাৱিত্ৰী বা বেউলাৰ দৰে তেখেতৰ জীৱন পুনৰ ঘূৰাই আনিব নোৱাৰিলোঁ, তেখেতৰ প্ৰতি মোৰ মৰম শ্ৰদ্ধা ভক্তি একেবাৰে পৱিত্ৰ আছিল । হযতো মোৰ এই পুণ্যৰ ফলতে তেখেতে ইমান সোনকালে স্বৰ্গসুখ লাভ কৰিলে । নহ লে তেখেতৰ জীৱদ্দশাতে মোৰ মৃত্যু হোৱা হ'লে তেখেতে সহিব নোৱাৰিলেহেঁতেন । কাৰণ, তেখেতে মোক তেখেতৰ আত্মাতকৈও অধিক ভাল পাইছিল ।

মিছেছ ফুকনে আকৌ চেতনা হেৰুৱালে ।

---

ৰচনা ১৯৮৪ চন ।

# মাছমৰীয়াৰ ঘৰত অন্নপ্ৰাসন

কেৰপাই মাছমৰীয়া। মাছ বেচিয়েই সি জীৱিকা অৰ্জন কৰে। নৱজাতকৰ সতে পাচঁটা প্ৰাণীৰ ঘৰখন পোহপাল দিয়ে। অৱশ্যে হাপানী ৰোগত অতিকৈ ভুগি থকা বাপেকেও ঘৰৰ পিৰালিতে বহি, বাঁহ বেতৰ কাঠি কামী কৰি পাচি খৰাহী চালনী আদি নিয়মিতভাৱে বনাই থাকে আৰু সেইবোৰ বেচি দুপইচা অৰ্জন কৰে। মাজে মাজে তেও দুই চাৰিদিনলৈ শয্যাগত হৈ থাকে। গাটো অলপ টঙালেই তেও আকৌ সেইবোৰ বনোৱাত লাগে।

ৰন্ধা বঢ়াৰ কামখিনি কৰাৰ উপৰিও কেৰপাইৰ মাকে তৰি থোৱা তাঁতখনত বোৱাৰীয়েকক সহায় কৰি দিয়ে। বোৱাৰীয়েকেও শাহুৱেক পাকঘৰত সোমালে পায়মান সকালাখিনি যতনাই দিয়ে।

শহুৱেকৰ যোৱাসনা আলপৈচান বোৱাৰীয়েকেই ধৰে। কেৰপায়েনো সেইবোৰ কৰিবলৈ সময় পায় কত?

কেৰপাইৰ লৰা এটা। নাম ৰাখিছে তাৰ সোণগুটি। এমাহ দুমাহকৈ তাৰ আজি এবছৰ হ'লহি। অতদিন কল আৰু কাচিংহে চাগু বাৰ্লি খুৱাযেই সিহঁতে তাক নোদোকাটো কৰি তুলিছে। মুখৰ গঢ় পিতা মৰম লগা। ইবাৰ যিয়েই নহওক, কেৰপাইৰ সি বুকুৰ জীউ। কেৰপাইৰ ঘৈণীয়েক ৰেৱতীৰো সি তেনে—তাতোকৈ বেছি। কেৰপাই আৰু ৰেৱতী দুয়োটাই তাৰ অন্নপ্ৰাসন পতাৰ কথা আজি এমাহমানৰ পৰা চিন্তা কৰি আছে। চিন্তা কৰিযেই আছে, কিন্তু

পাতিব পৰা নাই—ইটো সিটো এশ এটা লেঠাৰ বাবে। এনেকৈ ভাবি থাকোঁতে ভাবি থাকোঁতে এদিন ৰেৱতীয়ে ঠিক কৰি পেলালে অহা ৰবিবাৰ গৈ সিটো ৰবিবাৰেই অন্নপ্ৰাসনটো মানে সোণগুটিৰ ভাত খুওৱা ব্যৱস্থাটো কৰিব লাগিব। সিদিনা ভাদমাহৰ শুক্লা-ত্ৰয়োদশী তিথি। কেৰপায়ে প্ৰস্তাৱটো না নকৰিলে। সি হ'াহি এটা মাৰি আয়োজনৰ কথাহে মনে মনে পাঙিলে। গিৰিয়েকৰ হৃদয়ভৰ দায়ক মনোভাব দেখি ৰেৱতীয়েও পৰম সন্তোষ পালে। সিহঁতৰ গৃহস্থীখনত সকলোবোৰ কথা এনেকৈয়ে প্ৰস্তাৱিত হয় আৰু লগে লগেই বিনা বাক্যব্যয়ে সমৰ্থিত হয়। দুযোটাৰ কথা দুয়োটাই মানি চলে। কোনোটোৱে কোনোটোৰ কথাত আপত্তি নোতোলে। যেন এক স্বাভাৱিক বুজাবুজিয়ে সিহঁতৰ যুগ্মজীৱনৰ দোকমোকালিৰ পৰা ক্ৰিয়া কৰি আহিছে। গাঁৱৰ মানুহে কয় ইযাকে বোলে শিৱ পাৰ্বতীৰ সোণৰ সংসাৰ।

আৰু প'াচদিনৰ অন্তত সিটো ৰবিবাৰ। কেৰপাই ৰেৱতীৰ কামৰ তৎপৰতা আগতকৈ বহুত বাঢ়িল। ৰাতিপুৱা খুউব সোনকালে সিহঁত উঠা হ'ল।

কেৰপাই সকলোতকৈ আগেই মাছৰ ঘাটিলৈ যায়। প্ৰাচুৰ্য্যৰ উমান পালে বহু দূৰ দূৰণিলৈকো সি গুচি যায়। ধপাত চুৰট খোৱাটোও সি এইকেইদিনতে আচৰিতভাবে কমাই পেলালে। পইচা যিমানেই নাবাচক লাগে, তথাপিও পইচা বচোৱাৰ বাবেই এযা তাৰ সংযম। গধূলি সকলো পইচা সি ৰেৱতীক জমা দিয়েহি। ৰেৱতীয়ে বাকচ খুলি বিশেষ পুঁজিত অন্তৰ্ভুক্ত কৰে।

ৰেৱতীযেও এই কেইদিনতে বহুকাম কৰিছে। ঘৰটোৰ সকলো বোৰ বেৰ তাই নতুনকৈ লিপি পেলালে। কেৰপায়ে পিন্ধিবলৈ এৰা টেৰিকটৰ কামিজটোৰ পৰা আৰু দুটা চোলা সোণগুটিৰ বাবে চিলাই কৰি উলিয়ালে। এতিয়া সোণগুটিৰ প'াচোটা চোলা হ'ল।

সিটো ৰবিবাৰ নাইলনৰ চকৰিৰে ঘূৰি আজিৰ ৰবিবাৰত পৰিণত হ'লহি। মিতিৰ কুটুম আহি সিহঁতৰ ঘৰখন ভৰি পৰিলহি। মেটেকাৰ পৰা আহিল ৰেৱতীৰ ভনীয়েক, জোঁৱায়েক আৰু সিহঁতৰ ল'ৰা ছোৱালীবোৰ। সিহঁতে লগত আনিলে আহিনীয়া কচু পাঁচ সেৰমান, চাউল পাঁচ সেৰমান আৰু লগতে পকা ভীমকল একাশি। দিখৌপৰীয়া মৌপুৰীয়া গাঁৱৰ পৰা আহিল ৰেৱতীৰ বায়েক ক্লাছ নাইনত পঢ়া ডাঙৰটো পুতেকৰ সতে। তাই আনিলে মিঠা আলু দহ সেৰমান আৰু মিঠা বঙালাও দুটা। গুৱাহাটীৰ পৰা আহিল ৰেৱতীৰ একমাত্র ভায়েকটো। সি গুৱাহাটীতে চাকৰি কৰে। সি আনিছিল গুৱাহাটীয়া মিঠাইৰ শকত টোপোলা এটা। থকা আলহী আৰু নাছিল। হ'লেও সিহঁতৰ সৰু ঘৰটো বাৰুকৈয়ে ভৰি পৰি ছিল। আহি আহি ৰাতিপুৱাৰ পৰাও বহুত মানুহ গোট খালেহি। কেৰপায়ে থাপ মাৰি ৰভাখন দি থৈছিল বাবেহে, নহ'লে সৰু ঘৰ খনত সকলো মানুহ বহিব পৰাকৈ ভিতৰত বা বাৰাণ্ডাত যথেষ্ট ঠাই নাছিল।

কেৰপাই ৰাতি পুৱাতেই নৌপুৱাওঁতেই মাছ মাৰিবলৈ গ'ল। এতিয়াও আহি পোৱাহি নাই।

ৰেৱতীয়ে বাকচৰ তলি উদং কৰি পইচাখিনি উলিয়াই ভায়েকক দি বজাৰ কৰিবলৈ পঠালে। ভায়েকে বহুত বস্তু বজাৰ কৰি আনিলে, প্রয়োজনীয়তাৰ ভিতৰত একো বাকী নথলে। তাৰ ৰবীয়াকৈ সি সোণগুটিলৈ চোলাপেণ্ট এযোৰ, বায়েকলৈ চাদৰ এখন আৰু ভিনিয়েকলৈ এটা কামিজ আনিলে। ৰেৱতীয়ে বস্তুবোৰ দেখি অন্তৰ খুলি হাঁহি ভিতৰলৈ সুমুৱাই আনিলে।

কেৰপাই এতিয়াও আহি পোৱাহি নাই।

বৈ নাথাকি ভাগে ভাগে সকলোৱে নিজৰ নিজৰ কাম আৰম্ভ কৰি দিলে ।

কেৰপাইৰ বাপেকে ৰভাতলত বহি জাবৰ জোথৰবোৰ বুটলিছে । তেও দো, বনোৱা মানুহজনে ৰভাতলত এৰি থৈ যোৱা কলপতুৱাৰ অ াহবোৰ আৰু সৰু সৰু টুকুৰাবোৰ বুটলিছে । তামোল গছৰ খুটা কাটি চাচি চু চি ৰভা দিয়া মানুহজনে এৰি যোৱা জাবৰ-জোথৰ চে াচবোৰ এতিয়া ৰভাতলৰ কোমল মাটিত প্ৰায় পোত খাই পৰিছে । কেৰপাইৰ বাপেকে সেইবোৰ চিকুটি চিকুটি মাটিৰ পৰা বুটলিছে । ওপৰে ওপৰে চালে চিকোণ যেন দেখা ৰভাতলৰ পৰা তেওঁ গোবৰ খৰাহীৰে আধা খৰাহী জাবৰ উলিয়ালে ।

কামখিনি কৰি উঠি বুঢাই কিছুসময়ৰ বাবে ফে াপাই ফে াপাই মূঢা এটাত বহিল । কোনোবা এজনীয়ে বুঢাক তাতে আহি চাহ একাপ দিলেহি । তিৰোতাজনীয়ে চাহকাপ মাটিত থোৱাৰ আগতেই বেৱতীযে 'ৰ ব বাইদেউ' বুলি বুঢাৰ ভুযোভৰিৰ মাজৰ মাটিখিনি সোঁহাতেৰে মচি দিলে । বুঢাই চাহকাপ খাই উঠি সৰু ছোৱালী এজনীয়ে লৈ অহা বটাৰ পৰা তামোল এখন লৈ এধানমান খাই বাকী ডোখৰ হাতত লৈ পিছফালৰ চোতাল পালেগৈ ।

পিছ চোতালৰ কাঁহী বাতি থোৱা ঠাইখিনিৰ ওচৰৰ বোকাৰে গেলগেলীয়া হৈ থকা ঠাইখিনি তেওঁ বুটি কোৰখনেৰে চুকি দিলে । বেছিকৈ চুকি দিয়াৰ বাবে এঠাইত অলপ দ' হৈ পৰিল । হালধি মছলা পিহিবৰ বাবে ৰাস্তাৰ কাষৰ শিল দমৰ পৰা ব্যচি বাচি আনি থোৱা কিন্তু অধিক খহটা পৃষ্ঠৰ বাবে অতদিনে সেইকামত নলগাই পানীপোতাত পেলাই থোৱা শিলছটা আনি তেও তাতে পাৰি দিলে ।

বুঢ়ি কোৰখন হাতত পৰা দেখি তেওঁ পিৰালিৰ কাষৰ বন আৰু শেলুৱৈ চিকোণাবলৈ লাগিল।

ৰেৱতীৰ বায়েকে ওচৰ চাপি আহি তেওঁক ক'লে, "দেউতা, আপুনি দেখোন ৰাতিপুৱাৰ পৰা কামকে কৰি আছে। গা পা ধুই মিজিৰায় কিয়?"

"ক'তনো কাম কৰা দেখিলা? সময়হে পাৰ কৰিছো। সি আহি পালেই গা ধুম। সি পাবহি লাগিছিল।" তেওঁ কোৰৰ নালৰ একেবাৰে শুৰিত ধৰি বনবোৰ কাঁটি কাটি ক'লে।

"চিন্তাই লাগিছে। সোণগুটিৰ বাপেক যে এতিয়াও আহি পোৱাহি নাই।"

'চিন্তা কৰিবলগীয়া নাই। সি যিটো কৰিম বুলি কব, সেইটো কৰিবই। তোমালোকে বাকীবোৰ কাম আগবঢ়াই থব পাৰা।"

ৰাইজে শবাই সজোবাৰ কামখিনি কৰিবলৈ লাগিল।

কেৰপাইৰ মাকে ৰেৱতীৰ বাই ভনীহতৰ সহযোগত বন্ধা বঢ়াৰ কামখিনি কৰিবলৈ ল'লে। কোনটো বস্তু কিহৰ সতে ৰান্ধিলে ভাল হব তাকে লৈ আটাইকেজনীয়ে নিজৰ জুতি বুধি অনুসৰি মত ব্যক্ত কৰিলে। কেৰপাইৰ মাকে ক'লে, কচুবোৰ পিছে সৰু সৰু কৰি কাটি দিব লাগে যাতে সমযত কচুবোৰ গলি গৈ ডাইলখন ডাঠ হৈ পৰে। ৰেৱতীৰ ভনীয়েকে ক'লে, মচুৰ ডাইলত কচু দিলে যিমান ভাল লাগে মাটি ডাইলত কাঠ আলু দিলেও সিমানেই ভাল লাগে। চুবুৰীয়া অন্য এজনী তিৰোতাই ক'লে, কচুবোৰ ডাইলত ডাঙৰ ডাঙৰ কৈয়ে কাটি দিব লাগে নহ'লে কচুবোৰ গলি গৈ ডাইলখন থপ

থপীয়া হৈ ভাজিৰ দৰে হৈ পৰিব। তাই আৰু লগতে ক'লে, বৰ্মন ডাক্তৰৰ ঘৰত ডাইল নাখায়েই, তাইৰ গিৰিয়েকে কিন্তু মাছ আৰু ডাইল নহ'লে এসাজো ভাত খাব নোৱাৰে। ভাজিখন বঙালাও আৰু মিঠা আলুৰ হ'ব বুলি আকৌ কেৰপাইৰ মাকেই ক'লে। এজনীয়ে ক'লে, ভাজিখনত গুৰ এলডা দি দিব লাগে। বঙালাওৰ ভাজি আৰু মিঠা নহলে খাব কোনে? কথাষাৰ শুনি ৰেৱতীৰ বায়েকে টেপেচ কৰে ক'লে, সেই দুটা একেবাৰে মিঠা লাও। গুৰত কৈও মিঠা। গুৰ দিলে চেকচেকীয়াহে হৈ পৰিব। কেৰপাইৰ মাকে ক'লে, এবাৰ কেৰপাইৰ বাপেকে এনেকুৱা মিঠা ৰঙালাও এটা আনিছিল, তেওঁৰ জিভাত বহুদিনলৈকে সেই সোৱাদটো লাগি আছিল। গুটি কেইটামান তেও যত্ন কৰিয়েই পচাইছিল। কিন্তু নগজিল। আজিকালি তেনেকুৱা মিঠা ৰঙালাও পাবলৈ নাই। আচলতে নহয়েই। মাটিবোৰৰ সাৰ কমি যোবাৰ বাবেই এনে হ'ল নেকি? দেশখনৰ মানুহৰ মুখৰ পৰা মিঠা মাত হৰিল যেতিয়া ৰঙালাওৰ মিঠা সোৱাদ টোনো থাকিব কিয়?

এসময়ত শৰাই সজোৱাৰ কাম সম্পূৰ্ণ হ'ল আৰু ৰন্ধা বঢ়াখিনিও হও হও হ'ল। তথাপিও কেৰপাই আহি ওলোৱাহি নাই।

ৰেৱতীয়ে ইটো সিটো কাম কৰি ফুৰিছে যদিও মনটোৱে ইচাট বিচাট কৰি মৰিছে। মাজে মাজে তাই পদুলি মুখলৈ গৈ কেৰপাই আহিব লগা ফাললৈ বহু দূৰলৈ ডিঙি মেলি মেলি চাইছে। ৰিণি ৰিণিও কেৰপাইক দেখি পাবলৈ নাই।

এসময়ত মাছমৰীয়াবোৰ ৰেৱতীহঁতৰ ঘৰৰ আগেদি যাবলৈ ধৰিলে। ৰেৱতীক পদুলিমুখত ওলাই থকা দেখি প্ৰায়বোৰেই চিঞৰি

চিঞৰি কৈ গ'ল, "আজি বেহা মন্দ। আজি বেহা মন্দ।' ৰেৱতী দৌৰাদৌৰিকৈ ভিতৰলৈ সোমাই আহিল। তাইৰ কাণত বাজি থাকিল, "আজি বেহা মন্দ। আজি বেহা মন্দ।' সকলোৱে উদ্বিগ্ন হৈ সুধিলে কি হ'ল বুলি। তাই সকলোৰে আগত একেটা বাক্যকে দোহাৰিলে আজি বেহা মন্দ। সকলোৱে তাইক কুতুৰি কুতুৰি সুধিলে কিনো বেহা মন্দ অ' ভালদৰে কচোন। তাই তেতিয়া সিহঁতক আচল কথা বুজাই দিলে। খবৰটো তেনে দেখি তাইৰ ভায়েকটো মাছ বা মাংস আনিবলৈ বজাৰলৈ যাবলৈ সাজু হ'ল। তাই বাধা দি ক'লে, "ওঁহো বজাৰৰ মাছ মাংস আনিব নোৱাৰ। ভিনদেউৰে কৈছে তেওঁ যদি নিজ হাতেৰে মাৰি অনা মাছেৰে পুতেকৰ অন্নপ্ৰাসন পাতিব নোৱাৰে তেন্তে তেওঁ জীৱনত আৰু কোনো দিনেই মাছ নামাৰিব।'" সকলো বিবুধিত পৰিল।

কিছু সময়ৰ বাবে ৰাইজৰ উদ্যম, ৰান্ধনীৰ উদ্যম অলপ হ'লেও দমি গ'ল। অতপৰে যাৰে তাৰে সতে ওমলি থকা সোণগুটিযেও নিজৰে আঙুলিত কামোৰ মাৰি ভে—কৰি কান্দি দিলে। সিও যেন কিবা এক জাননী পালে। ৰেৱতীৰ শাহুৱেকে তাক লৈ ওমলাবলৈ লাগিল।

ৰেৱতীয়ে ভাবিলে, বেহা মন্দ অন্নপ্ৰাসনো পণ্ড। ৰেৱতীয়ে এনেকৈ ভাবি থাকোঁতেই কেৰপাই আহি ওলালহি এটা সৰু বৌমাছ লৈ। ৰেৱতী হাঁহি হাঁহি দৌৰি দৌৰি ভিতৰ সোমালহি। তাইক আকৌ তেনেকৈ ভিতৰ সোমাই অহা দেখি সকলোৱে বেটি কুৰি সুধিলে, "কি হ'ল ? কি হ'ল ?? পাগলি হ'লি নেকি ?" কেৰপায়ে তৎ নাইকিয়া হৈ আহি বৌমাছটো সকলোৰে আগত ডাঙি ধৰিলেহি। সকলোৰে মুখে মুখে পোহৰ বিচ্ছুৰিত হ'ল। সকলোৰে কামে-কাজে বিজুলী সঞ্চাৰিত হ'ল।

ডেকামানুহ কেইজনমানে মাছটো আথে বেথে লৈ বাহিৰলৈ আয়োজন কৰিছে, এনেতে এখন শুকুলা মাৰ্কফ'ৰ এম্বেছেদৰ আহি ৰ'লহি কেৰপাইৰ ঘৰৰ সন্মুখত। নামি আহিল তাৰপৰা এজন ধুনীয়া ডেকা। কেৰপায়ে তেওঁক দেখিযেই চিনি পালে চাহখেতিয়ক নীলিম বৰুৱাৰ পুতেক ৰক্তিম বৰুৱা বুলি। কেৰপায়ে ডেকাজনক সম্ভাষণ জনালে—। ডেকাজনে হাঁহি মাৰি ক'লে, "দেউতাই কেনেবাকৈ শুনিলে তুমি বোলে আজি বৌমাছ এটা ধৰিলা। মোক দেউতাই মাছটো লৈ যাবলৈ পঠালে। মাছটো কিমান ওজনৰ হ'ব বাৰু ?"

কেৰপায়ে উত্তৰ দিলে মাছ এটা ধৰিলে । হয়। পিছে এইটো মোৰ বহুদিনৰ আকাংক্ষাৰ বস্তু। মোৰ ল'ৰাটোৰ অন্নপ্ৰাসনৰ বাবেই আজি মই বৰ কষ্ট কৰি মাছটো ধৰি আনিছো। নদীৰ কোবাল সোঁতত জোলোকা জোলোকে পানী খালে। এই মাছটোৰ বাবেই। আকৌ লগৰ কেইটাৰ লগতো কাজিয়া হ'ল মাছটোৰ বাবেই। অন্নপ্ৰাসনৰ কথা কৈ সিহঁতক কোনোপধ্যে সৈমান কৰি মাছটো লৈ আহিলে। মই মোৰ ঘৰলৈ। গতিকে আৰু কি ক'ম ? মই আপোনা লোকক মাছটো দিব নোৱাৰিম। দেউতাক বেয়া নাপাবলৈ ক'ব।"

কথাখিনি বুজি বাজি ৰক্তিম বৰুৱা গ ল। কেৰপায়ে চিঞৰি চিঞৰি ক'লে, "বেয়া নাপাব দেই। বেযা নাপাব দেই।" মাছটো কটা বছা হ'ল। শুকুলা গাড়ীখন আকৌ আহিল। স্বয়ং নীলিম বৰুৱা গাড়ীৰ পৰা নামি আহিল। কেৰপাযে সসম্ভ্ৰমে ভিতৰত বহিবলৈ দিলে। বৰুৱাই গহীন স্বৰে ক'লে, "তোৰ মাছটোৰ ওজন কিমান হ'ব ?" কেৰপায়ে ক'লে—এক কেজি মান হ'ব।

—এশ টকা দিওঁ, মাছটো মোকে দে। মোৰ নাতি ছোৱালী জনীয়ে আজি বাঙ্গিপুৰাৰ পৰা মাছৰ নাম গুণ গাই আছে। আমাৰ

ঘৰত আৰু বৌমাছৰ বাহিৰে অন্য মাছ কোনো এটা ল'ৰা ছোৱালীয়ে ভাল নাপায়।

—দেউতা, আপোনাৰ আগে আগে আপোনাৰ ল'ৰাজন মোৰ ওচৰলৈ আহিছিল মাছটোৰ কথাকে লৈ। মই তেখেতক সকলো কথা বুজাই কৈছিলো। তেখেতে ন'কলেনে হ'ব পায?

সি মোক কৈছিল। তথাপিও মই ভাবিলো, কেৰপাযে মোৰ কথা নেপেলাব সম্ভৱ। সেই ভাবিযেই মই আহিলো। তই যদি সম্পূৰ্ণ মাছটো মোক দিব নোৱাৰ, মূৰটোকে দে। তাকেই নিওঁ আৰু। উপাযতো নাই।

কেৰপাইৰ লগৰ বাৰজনমান মাছমৰীযা আহিল। তেওঁলোকে বজাৰৰ ভাৰ মাক বা পুতেকহঁতৰ হাততে দি আহিল। তেওঁলোকে বৰুৱাক সম্ভাষণ জনালে। কেৰপাযে তেওঁলোকক ভিতৰলৈ গৈ বাইজৰ লগত বহিবলৈ ক'লে। তথাপিও তেওঁলোক কেৰপাইৰ কাষতে থিয় দি ৰ'ল। উত্তৰ অপেক্ষাত বৈ থকা বৰুৱালৈ চাই কেৰপায়ে ক'লে

সেইটো কেনেকৈ হ'ব? আপুনি কি কয? বেযা নাপাব। নোৱাৰিম।

—তই মোক সন্তুষ্ট কৰিব লাগিছিল।

—নোৱাৰিলো। দেউতা। ক্ষমা কৰিব।

—তোমালোকেও কথাটোৰ গুৰুত্ব ভাবি চিন্তি চোৱাচোন।

—মাছমৰীয়া কেইজনে কথাটো শুনিয়েই বুজি উঠিছিল। কেৰপায়েও তেওঁলোকক কথাটো বৰুৱাৰ সন্মুখতে বুজাই দিলে। মাছমৰীয়া কেইজন চমকি উঠিল। তুলাচনীত তুলি দিলে একালে

বৰুৱা পৰিয়ালৰ খাদ্যাভ্যাসৰ ফলত হোৱা মুখৰ ৰুচি, আনফালে কেৱপাইৰ বংশৰ প্ৰথম পুৰুষৰ অন্নপ্ৰাসন। এফালে ব্যক্তিগত আমেজ, আনফালে অতিথি সেৱাৰ লক্ষ্য। আটাইকিজনেই প্ৰতিবাদ কৰিলে। সাহসী ডেকা মাছমৰীয়া ভূধৰে আগবাঢ়ি গৈ ক'লে, "জানো বৰুৱা ডাঙৰীয়া যিকোনো ক্ষেত্ৰতে আপোনালোকে সদায় সিংহভাগ বিচাৰে। আমিও আপোনালোকৰ মন জুৰাবলৈ চেষ্টা কৰোঁ। তথাপিও ভাবি চাওক আজি কেৱপাইকাইৰ কথাটো।"

সাধাৰণ মাছমৰীয়া ল'ৰা এটাৰ ইমান ঔদ্ধত্য দেখি বৰুৱা বিস্ফাৰিত হ'ল আৰু অপমানিত হোৱাৰ খ উদগাৰি তেওঁ ক'লে, "বৰ সাহ দেখিছো তোৰ। তহঁতে জানানে তহঁতৰ মাছৰ বেহা মই একেদিনাই বন্ধ কৰিব পাৰোঁ বুলি?'

সাহিযাল ভূধৰে ঘপৰাই উত্তৰ দিলে, "আপোনাৰ যদি সঁচাকৈয়ে তেনে ক্ষমতা আছে আমি অহাকালিৰ ভিতৰতে তাৰ প্ৰমাণ চাব বিচাৰোঁ। আপুনি কিন্তু তাকে নকৰি পিছ হুইঁকি নাযাব। লগতে আমিও আপোনাক কৈ থলোঁ। আপুনি এই নগৰৰ কোনো ঠাইতে মাছ কিনিবলৈ আশা নকৰাই ভাল। কাৰণ, আজিৰ পৰা এই নগৰৰ কোনো মাছমৰীয়াই আপোনাক মাছ নেবেচে।'

ভূধৰৰ বক্তব্যক তুচ্ছ কৰি বৰুৱাই বাহাদুৰি মিহলি সুৰত ক'লে, "তহঁতে নেবেচিবি। কি হ'ব? মহলদাৰে মোক ঘৰতে মাছ দিবগৈ।"

ভূধৰে ক'লে "তেন্তে সেইটোৱেই হওক।"

ভূধৰৰ কথাখিনি কেৱপাইৰ মনপুত নহ'ল। বৰুৱাৰ ৰোষ হোৱা দেখি তাৰ ভয়ো লাগিল। তাৰ মগজুত চিন্তাৰ চাকনৈয়া

চলিল। তথাপিও বহুপৰ ধ্যানস্থ হোৱাৰ অন্ততো বৰুৱাক মাছটো দিবলৈ সি সক্ষম হ'ব নোৱাৰিলে। সি ভুবোপক্ষক উদ্দেশ্য কৰি ক'লে, "ভুধৰ, তই তেনে কথা নক'বি। বৰুৱা ডাঙৰীয়া আমাৰ বহুকালৰ চিনাকী মানুহ। তেখেত সদায়ে আমাৰ হিতাকাংক্ষী। তেখতে হিত বাদ দি কেতিয়াও আমাৰ অহিত চিন্তা নকৰে। গতিকে তই বৰুৱা ডাঙৰীয়াক আৰু তেনে কথা নক'বি। বৰুৱা দেউতা, আপুনি অনুগ্ৰহ কৰি বেয়া নাপাব। ডেকা ল'ৰাৰ কথা। বুকুত দম আছে। গতিকে আপোনাক যি পাই তাকে কৈ দিলে। আপোনাক কাবৌ কৰিছোঁ, আপুনি সন্তুষ্ট মনেৰে ঘৰলৈ উভতি যাওঁক।

ভুধৰে চুপ হৈ থাকিব নোৱাৰি আকৌ ক'লে, "হয় হয়। আমাৰ লগত বেছি কথা নপতাই ভাল। হয়নে মেম্বৰ কাই, আজি ৰ দৰ তেজ বৰ বেছি ?"

বৰৱাই উত্তেজিত স্বৰে ক লে ঠিক আছে।

বিবৰ্ণ মুখেৰে বৰুৱা গাড়ীত উঠিল।

বৰুৱাই গাড়ী ষ্টাৰ্ট দিবলৈ নৌপাওঁতেই বৰৱাৰ মাজু পুতেক প্ৰতিম বৰুৱাই ৰাজপথত জাৰ্ণিক লৈ ওলালহি। জাৰ্ণি নীলিম বৰুৱাৰ জী নাতি। তাইৰ বয়স সাত বছৰ।

সিহঁতৰ আবিৰ্ভাৱত বৰুৱাই আশ্চৰ্য্যান্বিত নেত্ৰে সিহঁতলৈ চাই ৰ'ল।

জাৰ্ণিয়ে ককাদেউতাকৰ ওচৰলৈ গৈ সুধিলে, "কাকা, মাছ পালানে ? পালানে কাকা ?'

বৰুৱাই মুখটো জোকাৰি দিলে। তাই কেৱপাইহঁতৰ ফালে চাই সুধিলে, "তোমালোকে কিয় কাকাক মাছ নিদিলা ? মই মাছ

খাই কিমান ভাল পাওঁ তোমালোকে নাজানা জানো ? নহ'লে কাকাই তোমালোকক পইচা দিয়া নাই নেকি ? তোমালোকৰ পইচাৰ বৰ অভাৱ ন'? আমাৰ কাকাৰতো বহুত পইচা আছে। কাকা, এওঁ-লোকক বহুত পইচা দি মাছটো লৈ লোৱা।"

মাছমৰীয়া কেইজনে নিজৰ ভিতৰতে ইজনে সিজনলৈ চালে। ভূধৰে জাৰ্ণিৰফালে চাই মূৰটো ঘূৰাই চুলিখিনি জোকাৰ মাৰি দিলে। তাৰ পিছত ডিঙিৰ গামোচাখন কঁকালত টানকৈ বান্ধি গাড়ীত বহি থকা বৰুৱাৰ ফালে চাই লগৰ কেইজনক ইংগিত কৰি কেৰপাইক মাত লগাই নওপা খুলি পদূলি পালেগৈ। থাউকতে লগৰ কেইজনো পদূলিমুখ পালেগৈ। হতভম্ব হৈ কেৰপায়ো পদূলি মুখলৈ প্ৰায় দৌৰি আহিল।

লগে লগে নীলিম বৰুৱাৰ গাড়ী আৰু প্ৰতিম বৰুৱাৰ ৰাজদূত খনো ভোঁ ভোঁৱাই পদূলিমুখেদি ওলাই গ'ল। জাৰ্ণিয়ে গাড়ীৰ ভিতৰত ইংৰাজী কবিতা এটা আবৃত্তি কৰি গৈছিল।

যেতিয়া কেৰপায়ে লগৰ সকলোৰে সৈতে পুনৰ পদূলিয়েদি সোমাই আহি চোতাল পাইছিলহি তেতিয়া মাছৰ চকলবোৰ তেলত দিয়াৰ শব্দ আৰু গোন্ধ চোতাল পাইছিলহি—হয়তো চোতাল পাৰ হৈ ৰাস্তা পৰ্য্যন্ত বিয়পি পৰিছিল।

---

ৰচনা ১৯৮৫ চন

# পৃথিৱীৰ ৰং

তাই 'অনিন্দ্য বিলাস'ত লিপ ষ্টিক ছেট এটা চাই থাকোঁতেই তাত বহি থকা দীপমে ব্যংগভৰা হাঁহি এটাৰে ক'লে, "দাবাগ্নি, তোমাৰ দৰে সৰ্বহাৰাৰ হকে সংগ্ৰাম কৰি ফুৰা সাম্যবাদী দৰ্শনৰ ছোৱালীৰ বাবে বাৰু এইবোৰ কেলৈ ? এই দুবছৰ মানৰ ভিতৰতে আমি লক্ষ্য কৰিছো, তোমাৰ কিমান যে পৰিবৰ্তন নঘটিছে। প্ৰথমে দেখিলো। তুমি তোমাৰ দীঘল চুলিকোচা বযকাট দি একেবাৰে চুটি কৰি পেলালা। তোমাৰ ডাঠ চেলাউৰিয়ে এডাল ৰেখাৰ ৰূপ ল'লে আৰু তোমাৰ ওঠ দুটা হৈ পৰিল ভাটৌৰ ঠোঁটৰ দৰে টিক টিকীযা ৰঙা। তাৰ পিছত অত্যন্ত আশ্চৰ্য্যজনক পৰিবৰ্তনটো হ'ল তোমাৰ সাম্যবাদী দৰ্শন গ্ৰহণ।'

তাই ঘূৰি চালে আৰু তাক ক'লে, "চম কাৰ। আৰু কিবা ?'

সি কৈ গ'ল "নিশ্চয আৰু বহুকথা। ধৰি ল'লো, সাম্যবাদী দৰ্শনৰ প্ৰতি তোমাৰ স্পৃহা আগৰে পৰা আছিল। সৰ্বহাৰাৰ হকে সংগ্ৰাম কৰোঁতে কিবা অসুবিধাৰ সৃষ্টি হ'ব পাৰে বুলিযেই দীঘল চুলিটাৰি চুটি কৰি পেলালা। কাৰণ চীন, ৰাচিয়া কেতিয়াবাই কমুনিষ্ট কান্ট্ৰি হ'ল। আমাৰ বহু পলম হৈ গৈছে। গতিকে খৰধৰ কৰিব লাগিব। দীঘল চুলিৰ লগত লাগি থাকি অধিক সময নষ্ট কৰিব নোৱাৰি। প্ৰথম কাণ্ডটো ঘটিল সেই বাবে।" এই খিনি কৈ সি তাইলৈ চালে।

তাই দোকানীক নেইল পলিছ বিচাৰিলে। দোকানীযে বেঙুনীয়া ৰঙৰ নেইল পলিছৰ চিচা এটা উলিয়াই দিলে। তাই দোকানীক

ক'লে, "ৰঙাকে আদি কৰি সকলো ৰঙৰ উলিওৱাচোন। মোৰ শাড়ীবিলাকৰ ৰং অনুসৰি মই বাছি ল'ম। ৰঙা ৰঙৰ শাড়ী এখনৰ লগত বেঙুনীয়া ৰঙটোতো ব্যৱহাৰ কৰিব নোৱাৰি।' তাই দীপমলৈ কাষলতিৰ তলেৰে চাই পঠিয়ালে।

দীপমে বৃদ্ধ আৰু তৰ্জনী আঙুলিৰে ওপৰে তলে দুয়োটা ওঠ মোহাৰি আকৌ কৈ গ'ল, "দ্বিতীয়তে, তুমি অনুভৱ কৰিলা তোমাৰ ডাঠ চেলাউৰি ৰাখিয়ে তোমাৰ চকু ঢাকি ৰাখে। তুমি তললৈ চাই চাই খোজকাঢ়িব লাগে। ক'তো কাকো পোনপটীয়াকৈ চাব নোৱাৰি বা সুদূৰ প্ৰসাৰী দৃষ্টি পেলাব নোৱাৰি। আটাইতকৈ গুৰুত্বপূৰ্ণ কথা হ'ল সৰ্বহাৰাৰ সাম্ৰাজ্যত ঘূৰি ফুৰি সৰ্বহাৰাৰ দুখ শোক ক্ষোভৰ খবৰ লৈ ফুৰোঁতে দৃষ্টি তীব্ৰ নহ'লে তেওঁলোকৰ আমঠুৰ কথা জানিব নোৱাৰি। সেইবাবেই ডাঠ চেলাউৰিয়ে ৰূপ পালে বেখাকৃতি। ঠিকেই আছে এই দুটা ৰিযলি এছেনশিয়েল কাম আছিল।"

তাই দোকানীক সুধিলে, "তোমাৰ ইয়াত গালত ঘঁহা কি কি ক্ৰীম আছে?' দোকানীয়ে ক্ৰীমবিলাকৰ নাম কৈ গ'ল। তাই তলৰ ওঠটো অলপ বেছিকৈ উলিয়াই ক'লে, "উঁহো, সেইবিলাক মোক নালাগে। কিয় ইউ ই ক্ৰীম নাই নেকি? বা, তেনেধৰণৰ কোনো চাইনীজ জাপানীজ ক্ৰীম নাই নেকি? এই ভাৰতীয় ক্ৰীম বিলাক আজি কালি পঢ়া শুনা নজনা গাঁৱলীয়া ছোৱালীয়েহে ব্যৱহাৰ কৰে। মোৰ গা-ধোৱা চাবোনডোখৰ জাপানীজ। তাৰ যে গোন্ধেই বেলেগ। ইমান ধুনীয়া গোন্ধ তুমি কল্পনাও কৰিব নোৱাৰা। মই বাথৰুমত গা-ধুই থাকোঁতে ৰাস্তাইদি যোৱা ডেকা ল'ৰাবিলাকে জিভা মেলি যায়।"

"অ' সেইবাবেই আপোনাৰ গাল দুখন ইমান মসৃণ—ইমান নিমজ ।"— দোকানীজনে দৰ্শনসুলভ কিবা এটা চোৱাদি তাইৰ মুখখনলৈ চাই ক'লে ।

তেতিয়া তাইৰ মনত এনে অনুভৱ আৰু মুখমণ্ডলত এনে বহি প্ৰকাশ হ'ল - দীপমে বাৰু কথাবাৰ শুনিছেনে নাই ?

দীপমে ক'লে, "তোমাৰ সেই সুন্দৰতৰ বস্তুবোৰ মই আগেযে লক্ষ্য কৰিছো । এতিয়া মই তামাৰ সুন্দৰতম বস্তুবোৰৰ বৰ্ণনাত ৰত । মোৰ চকুত পৰা তোমাৰ তৃতীয় সুন্দৰতম বস্তু হ'ল তোমাৰ আৰক্তিম ওষ্ঠদ্বয় । ক'বানে তোমাৰ ওষ্ঠদ্বায় কিযনো আৰক্তিম ৰহণ ল'লে ? কিযানো মন গল তোমাৰ তেনে কৰিবলৈ ? ৰং কিনিব লাগে । -লগাব লাগে । লগাবলৈকো সময় লাগে । তাৰ সলনি ভাটৌৰ দৰে দুটা ৰঙা তীক্ষ্ম ঠোটাক লগাই লোবা হ'লে সময়ো বাচিল হয়, খৰচা কমিল হয় । তদুপৰি, তেতিয়া অনাযাসে বুৰ্জোৱাৰ দৃষ্টি কাটি আনি সৰ্বহাৰাক দান কৰিব পাৰিলাহে তেন । অ' ছবি — ছবি— ছবি তাৰবাবে দুযোহাতৰ সুৰক্ষিত দীঘল জোঙা নখকেইটা আছেই । তেনেহ লে ?

আতৰ কেইবটলৰ সুঘ্ৰাণ পৰীক্ষা কৰি থকাৰ পৰা মুখখন দাঙি তাৰফালে চাই হাঁহি মাৰি তাই কলে, তেনেহ'লে উত্তৰটো মযেই দিব লাগিব । তুমিতো জানাই, মোৰ ওঠৰ ৰঙা ৰঙা, ইফালে বিপ্লৱৰ ৰঙো ৰঙা । গতিকে ওঠ দুটা যিমানেই ৰঙা হয়, সিমানেই বিপ্লৱৰ কথা বেছিকৈ উচ্চাৰিত হয় আৰু সবহাৰাৰ সন্মুখত সমাজবাদী বক্তৃতা দিযাৰো সুবিধা হয় ।"

চকুৰ পতা দুটা ওপৰলৈ তুলি তাচ্ছিল্যৰ বিশেষ ভংগিমাত দীপমে ক'লে, "আৰু পানীত নমা মানুহৰ ভৰিত ঘা পালে জোকে মুখ দি

ঘাডোখৰ গভীৰ কৰি তেজ পিয়াৰ দৰে, শোষকে চমটাৰে কোবাই কোবাই শোষিতৰ দেহত সৃষ্টি কৰা ক্ষতস্থানবোৰ চেলেকি চেলেকি গভীৰ কৰি তেজ বোৱাই পিব পাৰি। হয় নে নহয় এনেকৈ শোষক আৰু শোষিত দুয়োৰে আপোন হ'ব পাৰি ?"

তাইৰ খং উঠিছিল যদিও নিৰুপায়ভাবে খংটো সামৰি লৈ তাক ক'লে, 'বাৰু মইনা, মোৰ সময় নষ্ট কৰিনো তোমাৰ সতে আৰু কিমান চুপতি কৰিম ? তুমি বহা। মই যাও।' বস্তুবিলাকৰ খৰমৰণি তুলি তাই বাৰাণ্ডা পালেগৈ।

"যোৱা তিলোত্তমা।" সি লাহেকৈ কৈছিল যদিও কথাষাৰ তাইৰ কাণত পৰিল।

বাৰাণ্ডাৰ পৰা এখোজ পিছুৱাই মুখখন তাৰ ফালে ঘূৰাই তাই আকৌ মুখখন জোঙা কৰি ক'লে, 'বুজিছা, ব্ৰহ্মাণ্ডৰ সুন্দৰী তিলোত্তমালৈ চাওতে চাওতে ব্ৰহ্মাৰ পাঁচখন মুখ গজি উঠিল। সন্ধ্যাদেৱীক অপমান কৰাৰ কাৰণে শিৱই এখন মুখ ছিঙি পেলালে।"

তাই একে উশাহে গোটেইখিনি কথা অংকুৰণক ক'লে। অংকুৰণে চাৰ্ব্বাছ দি ক'লে, "তুমি বঢ়িয়া উত্তৰ দি আহিলা। বঢ়িয়া উত্তৰ দি আহিলা। খং নকৰি ভালেই কৰিলা। তুমি তাৰ কথাত খং কৰি দিয়া হ'লে সি আমাক লৈ সঁচাই মিছাই কিছুমান জঘন্য মন্তব্য কৰিলেহেঁতেন।'

"সেইকাৰণেই তোমাক কৈছো, অংকুৰণ" তাই সোঁহাতৰ আঙুলিকিটাৰে বাওঁহাতৰ আঙুলিৰ নখবোৰ এটা এটাকৈ ছুই তাৰ ফালে উখল-মাখল চাৱনিৰে চাই কৈ গ'ল, "তুমি আমাৰ প্ৰগতিশীল

গ্ৰুপটোৰ বাবে বিলাস ফেছন সামগ্ৰীৰ দোকান এখন খোলা। ন'হলে 'অনিন্দ্য বিলাস'ৰ দৰে দোকানবোৰলৈ আমি যাব নোৱাৰা হৈছোঁ। আমাক প্ৰগতিশীল চিন্তাধাৰাৰ বুলি জানি তেনে বস্তু ক্ৰয় কৰা দেখিলে যেয়ে পায় সেয়ে আমাক এষাৰ নহয় এষাৰ কথা শুনাইহে এৰে। দীপমৰ দৰে ল'ৰাইতো কৈয়ে এৰে, অভদ্ৰামি নকৰে। কিন্তু দিলুহঁত একো কৰিবলৈকে কুণ্ঠিত নহয়। সিহঁতে সকলো কৰিব পাৰে। সেইদিনা পাৰবীনৰ লগততো দিলুৰ ভালদৰেই এখুন্দা লাগিল। আমি গৈছিলোঁ 'পেৰিচ'ত কাপোৰ কিনিবলৈ। আমি 'চুৰিদাৰ'ৰ কাপোৰ চাই থাকোঁতেই দিলুহঁতো ওলালগৈ তাত কিবা ডনেশ্যনৰ বহী এখন লৈ। জীনৰ টাইট পেণ্ট আৰু ভয়লৰ ঢিলা ছাৰ্ট এটা পিন্ধি থকা পাৰবীনক দেখিয়েই ৰংগুৱে চিঞৰি উঠিল—এইজনীৰ টিকাত্তুটাত কামুৰি দিবৰ মন গৈছে অ'। দিলুৱে উজান দি ক'লে—মোৰ আৰু' তাইৰ বুকুখনত সাঁতোৰ দিবৰ মন গৈছে। পাৰবীনে খঙত ননছেন্স' ষ্টুপিড' আদি ঢেৰ কিবাকিবি ক'লে। দিলুৱে অশ্লীল শব্দ কিছুমান উচ্চাৰণ কৰি তাৰ মুখৰ জ্বলা চিগাৰেটটো তাইৰ গালে দলি মাৰি পঠিয়ালে। তাৰপিছত সিহঁতৰ জাকটোৱেই তাবপৰা ওলাই গ'ল।"

মোক কোবা নাছিলা কিয়? সি অলপ খং কৰি প্ৰশ্ন কৰিলে।

'পাৰবীনে নকৰ'লৈ কৈছিল। কোৱাহ'লে তুমি গৈ কাজিয়া কৰিলাহেতেন। সেই অঘাইটং কিটাৰ লগত কাজিয়া নকৰাই ভাল। বাৰু, সেইবোৰ বাদ। এতিয়া কোবা দোকান এখন খুলিবানে নোখোলা? যদি খোলা আজিৰ পৰাই আৰম্ভ কৰা। দোকানখনত দুটা পাৰ্ট থাকিব। এটা অত্যাধুনিক বিলাস সামগ্ৰীৰ আৰু আনটো পাৰ্ট কাপোৰৰ। বঢিয়া হ'ব ন?'

"কিন্তু মোৰ ইমান ডাঙৰ ডাঙৰ "কনট্ৰাক্ট"ৰ কাম চলি থাকোঁতে এইবোৰত লাগোঁ কেনেকৈ? কেতিয়া?"

"তুমি মাত্ৰ আৰম্ভ কৰি দিয়া। আমি চলাই যাম। তুমি মাথো মাজে মাজে চাই যাবাহি আৰু হিচাপ নিকাচবোৰ লৈ যাবাহি। তুমি চোৱা, এইটো হ লে আমাৰ প্ৰোগ্ৰেছিভ গ্ৰুপটোৰ নিজাববীয়াকৈ বিলাস সামগ্ৰীৰ দোকান এখনো হ'ল—আৰু লগ পোৱাৰ সুবিধা এটাও হ'ল। আমাক আৰু তেতিয়া পায কোনে? তথাপিও তুমি না কৰানে?"

সি ভালেমান সময় মৌন হৈ ৰ'ল। তাই ভাবিলে সি কিবা ভাবিছে। তাৰ ভাবনাৰ অ াত খেলিমেলি নকৰিবলৈ তায়ো মৌন হৈ ৰ'ল। তাৰপিছত সি মূৰটো সোঁৱে বাঁৱে তুবাৰমান জোকাৰিলে আৰু তাইৰ ফালে চাই ক'লে "ঠিক আছে—হ।কৰিছো। কিন্তু কাপোৰৰ পাৰ্টটো বাদ দিয়া। এই বিলাকৰ জঞ্জাল মাৰোৱাৰীয়েহে চম্ভালিব পাৰে। আমি নোৱাৰিম। কথা দিলে।, আজিৰ ভিতৰতে মই অভিযান আৰম্ভ কৰিম।"

ইখান হাতৰ আঙুলিৰ মাজে মাজে সিখন হাতৰ আঙুলিবোৰ ভৰাই হাতত্বখন জপাই লৈ বুঢ়া আঙুলিৰ গাঁঠিৰ ভাজত্বটাৰে ওঠত্বটাত লাহে লাহেকৈ টুকৰিযাই তাই ক লে 'মই জানো, তুমি পাৰিবা। তোমাৰ কাৰণেই আমাৰ সংগঠনটো জীযাই আছে আৰু দিনক দিনে আমাৰ সংখ্যা বাঢ়িছে।" তাৰপিছত সুখানুভূতিৰ হাঁহি এটা তাইৰ মুখমণ্ডলেদি বাগৰি গ'ল।

তাইৰ ঘৰৰ পদুলিত সি গাড়ীখন ৰখাই দিলে। গালত তাৰ হাতৰ চিকুট এটা লৈ তাই গাড়ীৰ পৰা নামিল।

সেইদিনাই তাৰসতে তাৰ গাড়ীখনত ঘূৰি দাবাগ্নি, ৰক্তিম, প্লাৱবীন, সাগৰিকা, মনোৰম আদি এটাইজাকে মাটিৰ অনুসন্ধান

আৰম্ভ কৰিলে।

অংকুৰণে গাড়ীখন আনি খৃষ্টিয়ান পটি চাৰিআলিত ৰখাই বাওঁকাষে থকা সদ্য নিৰ্মিত পকীকোঠা এটালৈ আঙুলিয়াই সিহ তক সুধিলে, "এইটো কোঠাত দোকানখন আৰম্ভ কৰিলে কেনে দেখা? ঘৰৰ মালিকে কোনো দোকানীক ভাৰা দিবৰ বাবেই কোঠাটো সাজিছে। মোৰ একেষাৰ কথাতেই তেও তৎক্ষাণাত কোঠাটো মোক দি দিব॥"

দাবাগ্নিয়ে তৎক্ষাত উত্তৰ দিলে, "ওহো ওহো ওহো। এই ডোখৰ একেবাৰে গুৰুত্বহীন ঠাই। টাউন এৰিয়াৰ ভিতৰত হ'লেও ঠাইডোখৰ কিবা গাঁৱলীয়া গাঁৱলীযা লাগে। গতিকে আমাৰ দোকানখন ইয়াত হ বই নোৱাৰে।"
অংকুৰণৰ গাড়ী আগবাঢ়ি গ ল। বাছষ্টেণ্ডৰ ওচৰত গাড়ীখন ৰখাই সি সুধিলে— এইডোখৰত?

পাৰবীনে ক'লে, "বাছষ্টেচনত ভিৰ হয দিনত আৰু প্ৰসাধন সামগ্ৰী বিক্ৰী হয গধূলি। গতিকে এইডোখৰ ঠাযো উপযুক্ত নহয। মই মন কৰিছো। নহয, গধূলি এই ঠাইডোখৰ একেবাৰে নিজম পৰি আছে।"

দ'লমুখৰ ঠাই এডোখৰলৈ সি আঙুলিযাই দিলত সাগৰিকাই কৈ উঠিল, "আমাৰ সংগঠনটো ধৰ্মবিৰোধী ঈশ্বৰবিৰোধী। তেনে স্থলত মন্দিৰৰ প্ৰভাৱত থকা ঠাই এডোখৰত আমি আড্ডা পাতি থকাটো মুঠেই শোভা নাপাব। তদুপৰি ইযালৈনো প্ৰসাধন সামগ্ৰী কিনিবলৈ আহিব কোন? বিপৰীতে, কোনোবা হোজাই ঘিউচাকি বিচাৰিহে আমাক আমনি কৰিবহি।" কৈয়েই তাই হ াহি দিলে।

তাইৰ লগে লগে গোটেইজাকে হ'াহি দিলে – ।

সিহঁত আগুৱাই গৈ এটুকুৰা লোভনীয় ঠাইৰ এটা ঘৰৰ সন্মুখত বৈ গ'ল । ৰক্তিমে মন্তব্য কৰিলে—এই ডোখৰ ঠায়েই ভাল হ'ব ।

"হাউ বিউটিফুল প্লট ! হাউ বিউটিফুল প্লট !!" বুলি আটাই কেইজনীয়ে চিঞৰি উঠিল ।

এজনীয়ে ক'লে চিনেমাহল ওচৰতে ।

এজনীয়ে ক'লে বজাৰখন সন্মুখতে ।

এজনীয়ে ক'লে নামী দামী হোটেলবোৰ—কাপোৰৰ দোকানবোৰ নিচেই ওচৰ পাজৰে ।

কাষতে থকা ডাঙৰ কিতাপৰ দোকান কেইখনৰ কথা এজনীয়েও উল্লেখ নকৰিলে ।

এসপ্তাহৰ ভিতৰতে ঘৰটো ধুনীয়াকৈ সজাই-পৰাই সৰ্বহাৰাৰ সংগঠনটোৱে বিলাস সামগ্ৰীৰ এখন জকমকীয়া দোকানলৈ পৰিণত কৰিলে । পৌৰ-প্ৰশাসনৰ মন্ত্ৰী ডাঙৰীয়াই আহি দোকানখনৰ শুভ উদ্বোধন কৰিলে । দোকানখনৰ নামটোৰ তৎপৰ্য্য ব্যাখ্যা কৰি দাবাগ্নি চলিহাই ক'লে "নগৰত এনে সামগ্ৰীৰ অলেখ দোকান আছে যদিও সেইবোৰ আমাৰ বাবে নহয় । অভিজাত আৰু বুৰ্জোৱা শ্ৰেণীৰ অবাধ ভিৰে সেইবোৰ দোকানলৈ সোমোৱা পথ আমাৰ দৰে সৰ্বহাৰা আৰু সবহাৰা প্ৰেমী ৰাইজৰ বাবে বন্ধ কৰি ৰাখে । কিন্তু আমিওতো মানুহ । আমাৰো একো একোটা মন আছে । আমাৰো কিছুমান আশা আকাংক্ষা আছে । গতিকে নিশ্চিতভাৱেই আমাৰো

চাহিদা আছে। আৰু to a little extent আমাৰ চাহিদা পূৰা বৰলৈকে এই দোকানখন খোলা হৈছে। আমাৰ চিন্তা চৰ্চাৰ লগত সংগতি ৰাখিয়েই দোকানখনৰ নাম ৰখা হ'ল 'সমতা'।" দাবাগ্নিৰ বক্তৃতা শুনি অন্যান্যৰ লগতে স্বয়ং মন্ত্ৰী ডাঙৰীয়াইও হাত চাপৰি বজাবলৈ বাধ্য হ'ল। তেওঁ প্ৰতিশ্ৰুতি দিলে দোকানখনৰ পৰিবৰ্ধনৰ কাৰণে এটা শকত ঋণপ্ৰাপ্তিৰ ব্যৱস্থা তেওঁ অনতিপলমে কৰি দিব। সভাৰ সভাপতি অংকুৰণৰ বাপেক ত্ৰিভূৱন বৰাই উঠি অহা যুৱক যুৱতী হতক প্ৰগতিশীল মনোভাবেৰে দেশৰ হ'কে কাম কৰিবলৈ উদগনি দিলে—।

'সমতা' নগৰৰ আকৰ্ষণীয় বিলাস সামগ্ৰীৰ দোকান হৈ পৰিল। নগৰৰ অন্যান্য দোকানৰ দৰে এই দোকানত কিন্তু কোনোদিনে কেতিয়াও দেহোত্তেজক ডিছকো সংগীত নাবাজে। শুনি থাকিলে প্ৰেমৰ টোপনিয়ে হেঁচা মাৰি ধৰা গোলাম বা পংকজৰ গজলো ইয়াত শুনা নাযায়। ইয়াত অহৰহ বাজি থাকে জ্যোতি বিষ্ণু—ভূপেন—হেমাংগ—ৰবচনৰ গান।

সোনকালেই দোকানৰ পৰিবৰ্ধনো সম্ভৱ হ'ল। গ্ৰাহকৰ সোঁতত দিনে দিনে দোকানখন অধিক আলোকিত হ'ল।

দিলু বংগুহঁতেও এদিন গৈ দোকানখনত পদাৰ্পণ কৰিলে। সিহঁতৰ উপস্থিতিত দাবাগ্নিহঁত ভয়ভীত হ'ল। কিন্তু সিহঁতৰ কথোপকথনে দাবাগ্নি পাৰবীনহঁতক আশ্বস্ত কৰিলে। পাৰবীনহঁতৰ মুখ চাবলৈকে হওঁক বা সময় কটাবলৈকে হওক সিহঁতে দোকানখনলৈ মাজে মাজে যোৱা কৰিলে। সিহঁতৰ প্ৰেয়সী বা বাই ভনীহঁতো

খিৰাকিৰি কিনিবলৈ সেইখন দোকানলৈকে যায়।

দীপমক বাটতে পাই এদিন দাবাগ্নিয়ে ক'লে, "নব ৰক্ত মাংস বিক্ৰী কৰা কচাইৰ দোকানত ভৰি দিবলৈ মোৰ মগজুৰ কোনো বিকৃতি ঘটা নাই আৰু নঘটিবও।'

সাগৰিকালৈ কমবেদ এগৰাকীয়ে দোকানখনৰ কথা লৈ চোকা ভাষাৰে সমালোচনা কৰি এখন চিঠি লেখিলে। সাগৰিকাই উত্তৰ দিলে, "আমাৰ সংগঠনৰ লক্ষ্য হ'ল বিপ্লব। আৰু বিপ্লৱৰ উদ্দেশ্য হ'ল সমাজবাদ। এইটো কথা তুমি ভালদৰে জানা যে আমি মাত্ৰ এটা খোজতে সমাজবাদ পাব নোৱাৰো। আমি প্ৰথমতে এখোজ এখোজকৈ আগবাঢ়ি যাব লাগিব আৰু এনেকৈয়ে শেষত চূড়ান্ত লক্ষ্যৰ বাবে সাজু হ'ব লাগিব। বাণিজ্যিক বিপ্লৱো হ'ল আমাৰ প্ৰাথমিক প্ৰস্তুতিৰ এটা খোজ। তুমি বোৱাৰ দৰে এনে কাম কেতিয়াও বিড়ালী তপস্যা হ'ব নোৱাৰে। তুমি আমাক বুৰ্জোৱা বুলি হয়তো দেখি আমি ভাটায়ে তোমাৰ গৰিমাক লৈ পুতৌৰ হাঁহি মাৰিছো। পাৰা যদি মইনামতী, তুমি চাই যোৱাহি আমাৰ কৰ্মপদ্ধতি।"

নগৰখনৰ সকলো সম্ভ্ৰান্ত ধনী চৌখিন ব্যক্তিয়ে সৰ্বহাৰা প্ৰেম প্ৰদৰ্শন কৰি এইখন দোকানৰ পৰাই প্ৰসাধন সামগ্ৰী কিনে।

কিন্তু হালোৱা হজুৱাই দোকানখনৰ বাহাৰ দেখি ওচৰ চাপিব লৈকে সাহ নকৰে।

এদিন অৰণ্যে দিন দুপৰতে দোকানখনত আহি কেইটামান খঙাল শ্ৰমজীৱি ডেকা উপস্থিত হ'ল। বহি থকা দাবাগ্নিক সিহঁতে কঙ্ক

স্বৰত সুধিলে—এইখন মদবেপাৰীৰ পুতেকৰ দোকান নহয়নে ? তাই ওলোটাই সুধিলে—কোন মদবেপাৰী ? তাইৰ ওচৰ চাপি এটাই ডাঙৰকৈ ক'লে—ত্ৰিভুৱন ত্ৰিভুৱন বৰা। বঙ্কিম সোমাই আহি সিহঁতক তেনেকৈ কথা কৈ থকা দেখি তাইক সুধিলে, "কি হ'ল দাবাগ্নি ? এওলোকক কি লাগে ?" এজন ডেকাই ক'লে "আমাক সেই মদ বেপাৰীৰ পুতেক 'কমিনিচ'টোক লাগে। সি কালি সন্ধিয়া মোৰ দেউতাক গাড়ীৰে খুন্দিয়াই আধামৰা কৰি থৈ আহিছে।' দাবাগ্নিয়ে সুধিলে—কেনেকৈ ? সি উত্তৰ দিলে, 'এখন গৰুৰ গাড়ীত খেৰ বোজাই কৰি দেউতা গাঁৱৰ বাটেদি গৈ আছিল। সি আমাৰ গাঁৱৰ বাপুৰাম হাজৰিকাৰ সেই ডাকাটী জীয়েকজনীৰ লগত প্ৰেম পীৰিতি কৰি জোৰেৰে গাড়ী চলাই উভতি আহিছিল। আলি কেঁকুৰিত সি নিজকে চম্ভালিব নোৱাৰি দেউতাক খুন্দা মাৰি দিলে। দেউতা আলিৰ পৰা গাড়ীৰে সতে বাগৰি গৈ বিশফুট তলত পৰিলগৈ। সি দেউতাক তাৰ পৰা তুলি অনা দূৰৰ কথা গাড়ীখনো নৰখাই তৎক্ষণাত পলাই আহিল। আজি ৰাতি পুৱাহে আমি গম পাই দেউতাক হস্পিটাললৈ নিছোঁ। অৱস্থা বেয়া। তাক আজি পালেই হ'ল। জান শেষ কৰিম তাৰ।" আন এটাই ক'লে "মদৰ বেপাৰীৰ পুতেক আকৌ গাড়ী বাগী লৈ কমিনিচ কৰিবলৈ যায়। চালা বদমাচৰ জাত। সোনকালে কওক সিহঁতৰ ঘৰটো ক'ত ?' বঙ্কিমে সিহঁতক অংকুৰণহঁতৰ ঘৰলৈ যোৱা বাটটো বুজাই দিলে। সিহঁত যোৱাৰ পিছত তাই তাক ক'লে "কিয় কৈ দিলা ? সিহঁতে গৈ কি কৰেগৈ ঠিক নাই।" সি হাঁহি মাৰি ক'লে, 'অংকুৰণহঁতৰ ঘৰৰ প্ৰত্যেকেই জানে এনেবোৰ সমস্যা কিদৰে সমাধান কৰিব লাগে।"

অংকুৰণে ছাইৰঙী এম্বেছেডৰখন কাষতে ৰাখি দাবাগ্নিৰ সতে বৰ পুখুৰীৰ পাৰৰ দৌল-প্ৰাংগনৰ বননিতে বহি আছিল। জোনটো

চেৰিয়া ৰবপুখুৰীৰ পানীত ডুব মাৰি আছিল। জোনাক আছিল সিহঁতৰ দেহত আৰু সিহঁতৰ মনত।

'তুমি এই ভস্মৰঙৰ গাড়ীখন সলাই পেলোৱা। তাইৰ সোঁহাত খন তাৰ বাওঁকোনত থৈ তাই ক'লে।

"কিয় ? তাইৰ সোঁহাতৰ আঙুলিকিটা সি তাৰ মুখত ভৰাই চুপি চুপি সুধিলে।

'আমাৰ সংগঠনৰ লগত খাপ নাখায়। ৰঙা ৰঙৰ এখন লোৱা মিলি পৰিব। আমাৰ কথাকোৰা জিভাখন ৰঙা। আমাৰ কামনা বাসনাবোৰ ৰঙা। আমাৰ পতাকাখন ৰঙা। আমাৰ গাড়ীখনো ৰঙা হওক। কি কোৱা ?

তুমি ঠিকেই কৈছা। এইখন বেচি মই সোনকালেই 'কাৰ্টেছা' এখন লম। এই ছাইৰঙৰ ভস্মৰঙৰ গাড়ীবোৰ আমাৰ বাবে নহয়। আমাৰ বাবে নতুনকৈ ওলোৱা এই ৰঙা ৰঙৰ গাড়ীবোৰহে। নির্মাতাই ভাবি গুণিয়েই এই ধুনীয়া ধুনীয়া গাড়ীবোৰৰ ৰং ৰঙা কৰি উলিয়াইছে।

"এৰা পৃথিৱীৰ সকলোৱেই এতিয়া বিপ্লৱী হৈ পৰিছে। পৃথিৱীৰ সকলোতে এতিয়া বিপ্লৱ চলিছে। সৰ্বত্ৰ এতিয়া।'

"আমিও তলাতলঘৰৰ ভিতৰত অকণমান বিপ্লৱ কৰোঁগৈ বলা।'—সি তাৰ বাওঁহাতখন তাইৰ ডিঙিত মেৰিয়াই আঙুলি কিটাৰে তাইৰ থুঁতৰিটো জোকাৰি ক'লে।

"নাই নাই আৰু নোৱাৰি। তুৰাৰকৈ কৰা এবৰশনৰ ফলত মোৰ তলপেটত মাজে মাজে এতিয়াও যন্ত্ৰণা হয়।"—তাই বাওঁ হাতেৰে তাৰ বাওঁহাতখন তাইৰ বাওঁকানৰ পৰা নমাই ক'লে।

"বীজৰ অংকুৰণ হ'ব লাগিলে ধৰিত্ৰীগৰ্ভ বিদীৰ্ণ হ বই। আৰু বিদীৰ্ণ হ'লে যন্ত্ৰণা হ'বই। যন্ত্ৰণা সহ্য কৰিব নোৱাৰিলে বিপ্লৱ কৰিবা কেনেকৈ ? ব'লা বিপ্লৱ যে আমাৰ ধৰ্ম। —সি জাপ মাৰি থিয় হ'ল আৰু তাইকো থিয় কৰাই দিলে।

ৰচনা ১৯৮৭ চন।